# লিঙঝিক

শ্ৰীমেহে দবছে ঠংচি






দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী—৭৮১০১১

Lingjik, a social novel in Assamese Written by Yeshe Darje Thongshi and Published by J. N. Dutta Baruah, on behalf of Dutta Baruah & Co., College Hostel Road, Gauhati-781001. Ist Publication, 1983, Price Rs. 15.00 only.

---

প্ৰকাশক
শ্ৰীজ্যোতীন্দ্ৰ নাৰায়ণ দত্তবৰুৱা
দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী—৭৮১০০১

প্ৰথম প্ৰকাশ
১৯৮৩

মূল্য—১৫.০০ টকা

মুদ্ৰক :
আসাম ষ্টেচনেৰী এণ্ড বক্স মেনুঃ কোং
মালিগাওঁ, গুৱাহাটী—১১

"A belief in racial superiority is still a temptatian to mankind. The attitude of India toward the tribes has changed greatly in the last ten years, but there are still those who, in their pride of race and position, regard them as in inferior race. This spirit cannot be changed by romantic sentiment the right attitude must be founded in the intelligence ; there must be a philosophy behind it"

VERRIER ELWIN ; A PHILOSOPHY
FOR NEFA ARUNACHAL

# ( এক )

প্ৰেম টাছিয়ে উজুটি খালে।

তল-ওপৰ, ইফাল-সিফাল, কোনোফালে নোচোৱাকৈ শেন যোৱাদি সি ঘৰৰ ফালে আগুৱাই গৈ আছিল। হঠাৎ শিল এচটাত উজুটি খাই সি সন্মুখৰ ফালে চিটিকি পৰিল। হামথুৰি খাই পৰি যোৱাৰ পৰা নিজকে কথমপি চম্ভালি ল'লে। হাত দুখনৰ তলুৱাত লাগি থকা ধূলিবোৰ জোকাৰি এবাৰ পাছলৈ উভতি চালে। তাৰ পাছত সংৰ্ক হৈ চাৰিওফালে চকু ফুৰালে। "নাই, কোনেও দেখা নাই ; ৰক্ষা, কোনোবাই দেখিব লাগিলে মোক চাই হাঁহি

হয়" সি ভাবিলে

এইবাৰ আকৌ সি মাটিৰ পৰা অলপ অংশ ওলাই থকা জোঙা শিলটুকুৰালৈ চাই পঠিয়ালে। শিলৰ টুকৰাটো চকুত পৰাৰ লগে লগে ভমক্কৈ তাৰ খং উঠি আহিল। এবাৰ ভাবিলে, শিলৰ টুকুৰাটো মাটিৰ পৰা উলিয়াই ভাঙি-চিঙি টুকুৰা-টুকুৰ কৰি পেলাই দিওঁ নেকি ? সি দুখোজমান শিলটোৰ ফালে আগুৱাই গ'ল। হাত দুখনৰ কাপোৰৰ আস্তিন কোঁচাই লৈ, ওপৰৰ পাৰি দাঁতেৰে তলৰ ওঠ কামুৰি সন্মুখত পোতখাই থকা শিলটুকুৰা মাটিৰ পৰা উঘালি উলিয়াবলৈ সি উদ্যত হ'ল। হাত দুখন আগবাঢ়ি যোৱাৰ আগতে সি আকৌ চাৰিওফালে এবাৰ চাই পঠিয়ালে। কোনোবাই বাৰু লক্ষ্য কৰি আছে নেকি ? কোনে জানে হয়তো কোনোবাই তাক চায়েই আছে বা ? যদি সেয়ে হয়, তেন্তে সি নিৰ্জীৱ, চেতনাবিহীন শিলটুকুৰাৰ ওপৰত ভেনেদৰে প্ৰতিশোধ লোৱাটো ভাল দেখাব জানো ? এটা সৰু ল'ৰা বা সাধাৰণ মানুহ এজন হোৱা হ'লে কোনো কথাই নাছিল, কিন্তু এনেবোৰ কামে তাৰ দৰে মানুহক শোভা নিদিয়ে। কথাটো তাৰ মনলৈ অহাৰ

লগে লগে সি বৈ গ'ল। সি কি কৰা উচিত একো ঠিৰাং কৰিব নোৱাৰি কিছু সময় তাতে জঠৰ লাগি থিয় হৈ থাকিল।

এসময়ত তাৰ খং শিলটোৰ পৰা বাগৰি আহি তাৰ নিজৰ ওপৰত পৰিল। "ত্যাগীৰ ঘৰলৈ যাবলৈ মোৰনো আজি কি দৰকাৰটো পৰিছিল? এনেই মই মিঃ ত্যাগীৰ ঘৰলৈ নিতৌ বহা সেই আড্ডাটোলৈ বৰ কমকৈ যাওঁ। আজি নোযোৱাহেঁতেনো মোৰ একো ক্ষতি নহ'লহেঁতেন। হয়তো আজি মোৰ দিনটোৱেই বেয়া আছিল—যাৰ বাবে এই অপমান সহিবৰ কাৰণেই আজি মোৰ অফিচ শেষ হোৱাৰ লগেলগে তালৈ বাহিৰে বাহিৰে যাব লগা হ'ল।"

সি যোৱাৰ বহু আগতেই Divisional Executive Engineer মিঃ দেৱকুমাৰ ত্যাগীৰ ঘৰত বহা আড্ডাখন আৰম্ভ হৈ গৈছিল। আড্ডাৰ যিসকল মেম্বৰ আছিল তেওঁলোকে অফিচ ছুটী হোৱাৰ বহু আগতেই আহি আড্ডাত বহি গৈছিল। সেইয়া অৱশ্যে নতুন কথা নহয়। মাজেমাজে তেওঁলোকৰ এই আড্ডাখন দুপৰীয়া ছুটীৰ সময়ত বহি যায় আৰু যদি আড্ডাটো জমি উঠে, তেন্তে সেইদিনা পাছবেলা কাৰো অফিচলৈ যোৱা নহয়। আড্ডাৰ মেম্বৰ এই সৰু প্ৰশাসনীয় নগৰৰ ডাঙৰ ডাঙৰ চৰকাৰী চাকৰিয়ালসকল। আড্ডাটোৰ স্থায়ী সদস্যসকল হ'ল—ইঞ্জিনিয়াৰ শ্ৰীদেৱকুমাৰ ত্যাগী, একাউণ্ট অফিচাৰ শ্ৰীশিশিৰ কুমাৰ চাহা, শ্ৰীনীৰেন বৰা, মিঃ জন চোৱেল, ডাক্তৰ জয়দেৱ চৌধুৰী, ডাক্তৰ আনোৱাৰ হুচেইন আদি। নতুনকৈ গঢ়ি উঠা এই প্ৰশাসনীয় নগৰখনত কোনো ভাল ক্লাব তেতিয়ালৈকে গঢ়ি উঠা নাই। আড্ডাটোৱে একৰকমে ক্লাবৰ অভাৱ পূৰণ কৰিছে। শ্ৰীদেৱকুমাৰ ত্যাগী অবিবাহিত, গতিকে আড্ডাটো প্ৰায়ে তেওঁৰ ঘৰত বহে। অন্য ঘৰত আড্ডাটো বহিলে ত্যাগীৰ ঘৰত যিখিনি সুবিধা, যিখিনি অবাধ স্বাধীনতা পোৱা যায় সেইখিনি পোৱা নাযায়। মিঃ ত্যাগী নিজে এই ক্ষেত্ৰত উৎসাহী, আড্ডাটো তেওঁৰ ঘৰত প্ৰতি দিনে বহিলেও তেওঁৰ অকণো

আপত্তি নাই, বৰঞ্চ তেওঁ ভালহে পায়।

প্ৰায় চাৰি বজাত অফিচ বন্ধ কৰি নগৰৰ এক্সট্ৰা এচিষ্টেণ্ট কমিচনাৰ শ্ৰীপ্ৰেম টাছি যেতিয়া শ্ৰীত্যাগীৰ ঘৰ গৈ পাইছিল, ইতিমধ্যে কোন কাহানিবাই আড্ডাখন আৰম্ভ হৈ গৈছিল। তাক গেটখুলি সোমাই অহা দেখি মিঃ চাহা চিঞৰি উঠিল: 'ৱেলকাম ইয়ংমেন, ৱেলকাম। হোৱাইয়ু আৰ চো লেট্ টুডেয়?' চাহাৰ মাতত সকলোৱে মূৰ তুলি প্ৰেম টাছিৰ ফালে চালে। মৌন-ভাবে মূৰ দুপিয়াই প্ৰেম টাছিয়ে তাৰ উপস্থিতি ঘোষণা কৰি ওচৰৰ চোফাখনত গা এৰি দি বহি পৰিল। মিঃ চাহাই চিগাৰেটৰ কেচটো তাৰফালে আগবঢ়াই দি ক'লে: "আপুনি আহিল ভালেই হ'ল। নহ'লে মই বৰ বো'ৰ হৈ আছিলো। ব্ৰিজ খেলিবলৈ পাৰ্টনাৰ নাই। আপুনি বাৰু চেজ্ খেলিব নে ব্ৰিজ খেলিব?"

"আজি চেজখনকে খেলো, কি কয় আপুনি?

"ঠিক আছে, যিয়েই খেলিম বুলি কয় তাকে খেলিবলৈ মই ৰাজি আছো।"

"ডু য়ু ৱাণ্ট টু হেভ্ এ ড্ৰিঙ্ক?" ত্যাগীয়ে সুধিলে।

"আৰে, সুধিব লাগিছে কেলেই, নিশ্চয় খাব।" ডাক্তৰ হুচেইনে চিঞৰি উঠিল।

"ৱি হেভ এ হেভি ড্ৰিঙ্ক টুডেয়," কথাখিনি প্ৰেম টাছিৰ উদ্দেশ্যে কৈ পাছ মুহূৰ্ত্তত বাঞ্চাক চিঞৰি মাতিলে ত্যাগীয়ে। বাঞ্চাই গিলাচ এটা আনি টেবুলত থৈ গ'ল। টেবুলৰ ওপৰত থকা হুইস্কি বটলৰ অৱশিষ্ট মদখিনি গিলাচত বাকি ত্যাগীয়ে প্ৰেম টাছিলৈ আগবঢ়াই দিলে।

ডাক্তৰ হুচেইনৰ গিলাচত তেতিয়াও অলপ মদ বাকী আছিল। গিলাচটো হাতত লৈ হুচেইন প্ৰেম টাছিৰ ফাললৈ আগবাঢ়ি আহিল। প্ৰেম টাছিয়েও গিলাচ দাঙি ধৰিলে আৰু গিলাচৰ সংঘৰ্ষ

ঘটাই মুখেৰে দুয়োজনে "চিয়াৰচ্" বুলি চিঞৰিলে।

তাৰ পাছত হুচেইনে হাঁহি হাঁহি ক'লে : "আপোনাক এটা কথাৰ বাবে আমি বৰ বেয়া পাইছো দেই।"

মুখেৰে হাঁহি বিৰিঙাই প্ৰেম টাছিয়ে সুধিলে। "কি কথা কওঁক ?"

"আপোনাৰ চিষ্টাৰৰ বিয়া বোলে আজি এমাহৰ আগতে হৈ গ'ল। আমাক নজনোৱাকৈ আপুনি মনেমনে আছে!" হুচেইনে আক্ষেপৰ সুৰত ক'লে।

হুচেইনৰ কথা শেষ নৌহওঁতেই জন চোৱেলে চিঞৰি উঠিল : "ইজ ইট চো ? মেৰিজ চেৰিমনিত আমাক ইনভাইট নকৰিলে কিয় ?"

প্ৰেম টাছিয়ে হাঁহিবৰ চেষ্টা কৰি ক'লে : "আচলতে বিয়াখন মোৰ অজানিতে হৈ গ'ল।"

'কেনেকৈ ?" নীৰেন বৰা আৰু হুচেইনে একেলগে চিঞৰি উঠিল।

"হাউ ?" জন চোৱেলে আশ্চৰ্যত চকু দুটা বিস্ফোৰিত কৰি সুধিলে।

"বিয়াখন মোৰ অলক্ষিতে হৈ গ'ল। ময়ো দেখোন বিয়ালৈ যোৱা নাছিলো। আচলতে আমাৰ বিয়াবোৰ ঠিক এনেদৰেই হয়। দৰাপক্ষৰ পৰা হঠাৎ এদিন মানুহ আহি কন্যাজনীক য'ৰ পৰাই হওঁক উঠাই লৈ যায়।"

"ৱাণ্ডাৰফুল"—চোৱেল, চাহা আৰু ত্যাগীয়ে আশ্চৰ্য প্ৰকাশ কৰিলে।

"তাৰ পাছত ?" ইমান সময়ে প্ৰায় নীৰৱ হৈ বহি থকা নীৰেন বৰাই এইবাৰ মাত লগালে।

প্ৰেম টাছিয়ে ক'লে, "দৰাঘৰে কন্যাক নি তিনিদিন নিজৰ ঘৰত ৰাখি ওভোতাই পঠাই দিয়ে আৰু পাছত দিন-বাৰ চাই কন্যাক সদলবলে গৈ লৈ আহে। কিন্তু দৰাঘৰৰ মানুহে কেতিয়াবা প্ৰথমে

ধৰি নিওঁতেই কন্যাক একেবাৰে ৰাখি থয়। মোৰ চিন্তাৰকো তেনেদৰে ৰাখি থৈছে।”

“আপোনালোকৰ অৰুণাচলৰ সকলো জনজাতিৰ মাজত এই নিয়মেই প্ৰচলিত নেকি ?” নীৰেন বৰাই সুধিলে।

“নাজানো, কিন্তু আমাৰ চেৰচুকপেন জনজাতিৰ মাজত এইটোৱেই নিয়ম।”

“আচ্ছা, ল'ৰাটোৱে কি কাম কৰে ?” এইবাৰ ডাক্তৰ জয়দেৱ চৌধুৰীয়ে সুধিলে।

“কাম মানে তেনে বিশেষ কোনো ডাঙৰ চাকৰি নকৰে। আপুনি চিনি পাব পায়—সেই আপোনালোকৰ হেল্‌থ এচিষ্টেণ্ট নেকি তেনে কিবা ট্ৰেইনিঙত যে পঠাইছিল, ল'ৰাটো সেইটোৱেই।”

“মানে ··দৰজি চেৰাং নেকি ?”ডাঃ চৌধুৰীয়ে আকৌ সুধিলে।

“হয়, সিয়েই।”

“সি দেখোন আপোনাৰ মামাৰ ল'ৰা বুলি কৈছিল !”

'আমাৰ ভাগিন ভাই-ভনীৰ মাজত বিয়া হ'ব পাৰে।”

এইবাৰ আটাইকেইজন মানুহে গিৰ্‌নি মাৰি হাঁহি উঠিল। হাঁহিৰ মাজতে “ইণ্টাৰেষ্টিং,” “ৱাণ্ডাৰফুল” জাতীয় দুই-এটা শব্দ দুই-এজনৰ মুখৰ পৰা নিৰ্গত হ'ল। সিহঁতে কিয় হাঁহিছে সেই কথা প্ৰথমতে প্ৰেম টাছিয়ে বুজিব নোৱাৰিলে। হয়তো ভাগিন, ভাই-ভনীৰ মাজত বিয়া হোৱা প্ৰথাৰ কথা শুনি সিহঁতে হাঁহিছে নাইবা তাৰ দৰে এজন প্ৰথম শ্ৰেণীৰ প্ৰশাসনিক বিষয়াৰ ভনীয়েকক এজন সাধাৰণ কম্পাউণ্ডাৰলৈ বিয়া দিয়া দেখি সিহঁতে হাঁহিছে। প্ৰেম টাছি ভিতৰি ভিতৰি অলপ ক্ষুণ্ণ হৈ পৰিল।

“আৰে ভাই, আপোনালোকৰ কাচ্‌টম এনেকুৱাই নেকি ? আমি হলে ভাগিন ভাই-ভনীক নিজৰ একে মা-দেউতাৰ ভাই-ভনীৰ দৰে গণ্য কৰো। নিজৰ ভনী বা দাদাক বিয়া কৰাব পাৰে নেকি ! আপুনিও কি তেনেকৈয়ে বিয়া কৰাব ?” প্ৰায় উপলুণ্ডাৰ স্বৰত ত্যাগীয়ে ক'লে।

এইবাৰ ত্যাগীৰ সুৰত সুৰ মিলাই চাংহাই মন্তব্য কৰিলে : "আপুনি আমাৰ হিন্দুসকলৰ বিয়া দেখিছে ? বাস্তৱত নেদেখিলেও চিনেমাত দেখিছে নিশ্চয় ! দৰা-কন্যাই কেনেদৰে তোমৰ গুৰিত বহি অগ্নিদেৱতাক সাক্ষী কৰি দুজনে সিজনক গ্ৰহণ কৰে······" চাহাৰ কথা শেষ নৌহওঁতেই চোৰেলে মাত লগালে : "আমাৰ খৃষ্টানসকলে চাৰ্চত গৈ প্ৰিষ্টৰ পৰা আশীৰ্বাদ লৈ মেৰিজ কৰে, কিমান পবিত্ৰ চাওঁক।

"ছোৱালীক ধৰি আনি বিয়া কৰোৱা নিয়মক আমাৰ হিন্দু-শাস্ত্ৰই "ৰাক্ষস প্ৰথা" বুলি কয়। বিয়াৰ যি আঠটা প্ৰথা শাস্ত্ৰত উল্লেখ আছে তাৰ ভিতৰত ৰাক্ষস প্ৰথাকে আটাইতকৈ নিকৃষ্ট বুলি কোৱা হৈছে" বৰায়ো কথাত যোগ দিলে।

প্ৰেম টাছিৰ লাহে লাহে খং উঠি আহিল। যেতিয়া আটাই কেইজনে তাক নানা ধৰণে ঠাট্টা কৰিবলৈ ধৰিলে তাৰ জনজাতীয় কৃষ্টি-সংস্কৃতিক নানাকথাৰে উপলুঙা কৰি আঘাত হানিবলৈ ধৰিলে তেতিয়া সি খঙত জ্বলি পকি উঠিল। গতিকে বৰাই কথাটো শেষ নৌ-কৰোঁতেই সি সোঁহাতৰ মুঠিৰে কঠিন বজ্ৰ এটা টেবুলত মাৰি গৰ্জি উঠিল : "Shut up···আপোনালোকে মোক কি বুলি ভাবিছে ? You have come here to serve our people, not to laugh at our traditions. Be careful. হাৰামজাদা চব।" কৈয়েই সি দপ্‌দপাই ওলাই গ'ল।

তাক ওলাই যোৱা দেখি তাৰ পাছে পাছে আটাইকেইজন মানুহ ব্যস্ত হৈ বাহিৰলৈ ওলাই আহিল : "ইস্, ভুল কৰিলো··· Sorry, Sorry, please excuse us.... আপুনি গুচি নাযাব ; আহক, আহক, ঘূৰি আহক, আমাৰ ভুল হৈছে ;"··· নিজৰ ভুল বুজিব পাৰি সকলোৱে প্ৰেম টাছিক ক্ষমা খুজিবলৈ লাগি গ'ল। কিন্তু সিহঁতৰ কোনো কথাই প্ৰেম টাছিৰ কাণত নোসোমাল। খঙতে অপনাখন জোৰেৰে ঠেলা মাৰি সি দপদপাই গুচি গ'ল।

সি অকণো ইফাল-সিফাল নোচোৱাকৈ ঘৰৰ ফালে খৰকৈ খোজ ল'লে। খণ্ডৰ ভমকত বাটত ক'ত কি পৰি আছিল তাৰ একো উমান নোলোৱাকৈ সি আগবাঢ়ি গ'ল। হঠাৎ সি শিলটোত উজুটি খালে। উজুটি খাই প্ৰথমতে তাৰ শিলটুকুৰাৰ ওপৰতে খং উঠিল, সেই খং শিলটোৰ পৰা আহি আড্ডাৰ মেম্বাৰসকলৰ ওপৰত পৰিল, পাছমুহূৰ্ত্তে বাগৰি আহি নিজৰ ওপৰত পৰিল, আৰু অৱশেষত সেই খং তাৰ নিজৰ পৰাও বাগৰি গৈ তাৰ মাক-দেউতাক, তাৰ মোমাই-মামীয়েক ইত্যাদিৰ ওপৰত পৰিলগৈ। সিহঁতে এইটো কাম নকৰাহেঁতেন আজি সি এইদৰে অপমানিত হ'ব লগাত নপৰিলোহেঁতেন!

ইতিমধ্যে সেই একেকথাই তাৰ মনত কম যে দুখ আৰু যন্ত্ৰণাৰ উদ্ৰেক কৰা নাছিল এনে নহয়। ভনীয়েক ক্ৰিস্নাৰ বিয়াৰ কথা লৈ তাক কোনো কথাই সোধা হোৱা নাছিল। সি দুখেৰে সৈতে ভাবিবলৈ বাধ্য হ'ল: "ঘৰখনে মোৰ অস্তিত্বক উপেক্ষা কৰিছে। মোৰো যে এই বিয়াখনৰ কথা লৈ কিবা মতামত থাকিব পাৰে সেই কথা সিহঁতে সুধিবৰ প্ৰয়োজন বোধ নকৰিলে।"

কথাটো প্ৰেম টাছিৰ মনলৈ অহাৰ লগেলগে তাৰ ডেকা তেজ উতলি আহিল। হাত দুখন পিছফালে কৰি নিজৰ কোঠাত অহা-যোৱা কৰি সি বহুতপৰ কিবা ভাবিলে। তাৰপাছত বিৰবিৰাই ক'লে: "ঠিক আছে, ইচ্ছা কৰিলে মই এই বিয়া এতিয়াও ভাঙি দিব পাৰো। ভাঙি দিব পাৰো নহয়, বিয়াখন মই ভাঙি দিমেই। মাথোন চাই থাকিবি!"

## ( দুই )

"মোক বাঁহৰ সৰু কাপ এটা সাজি দিব ?" লাজলাজকৈ আজোমে অনুৰোধৰ সুৰত সুধিলে।

"কি কৰিবি ?" দাৰজা বুঢ়াই সুধিলে।

প্ৰশ্ন শুনি আজোমৰ কাণ-মূৰ ৰঙা পৰিল। লাজতে তাই কিছু সময়লৈকে মাত উলিয়াব নোৱাৰিলে। তাৰপাছত সৰু-সৰুকৈ ক'লে, "আমাৰ তেখেতে হাতৰ কাম মুঠেই নাজানে, সেইকাৰণে কৈছো।"

"বুজিছো, কিন্তু ইমান সৰু বাঁহৰ কাপ কি কামত আহিব ?"

"আপুনি মুঠতে সাজি দিয়ক।"

"বাৰু, সাজি দিম।"

দাৰজা বুঢ়াই সাজি দিম বুলি প্ৰতিশ্ৰুতি দিয়াত তাই আশ্বস্ত হৈ ঘৰলৈ উভতি আহিল। মনতে তাই এবাৰ হিচাপ কৰি চালে— সন্তানটো হবলৈ মাত্ৰ এমাহমান সময় আছে। গা-বন্ধ হোৱা আজি নমাহেই পাৰ হ'বৰ হ'ল। তাই এবাৰ স্ফীত হোৱা তলপেট টোৰ ওপৰত হাত বুলাই চালে। এক অজানিত আনন্দৰ শিহৰণ তাইৰ গোটেই শৰীৰৰ ওপৰেদি বাগৰি গ'ল। পেটৰ ভিতৰত সন্তানটোৱে লৰচৰ কৰিছে নেকি এবাৰ উমান লবৰ বাবে তাই চেষ্টা কৰিলে। নাই, সাৰ-সুৰেই নাই ! আগৰ কেইবাৰ কিন্তু ইমান সময়ে তাই পেটৰ ভিতৰত সন্তানটোৱে লৰচৰ কৰাৰ উমান পাইছিল। এইবাৰ তাইৰ গাটো আগৰ কেইবাৰতকৈ অলপ বেলেগ লাগিছে। তেন্তে এইবাৰ নিশ্চয় সন্তানটো কন্যা হ'ব। তাইৰ কোলালৈ এটা এটা কৰি তিনিটা সন্তান আহিল ; কিন্তু আটাইবোৰেই হ'ল পুত্ৰ-সন্তান। অকল পুত্ৰ-সন্তান জন্মিলেই মাক দেউতাকৰ মুখ নজ্বলে, পুত্ৰ সন্তানৰ লগতে কন্যা-সন্তানবো প্ৰয়োজন। গতিকে এইবাৰ পেনজে আক আজোমে আশা কৰিছে

একজনী কন্যা সন্তান তেওঁলোকৰ কোলালৈ আহিব বুলি। কথাতেই আছে "যি মাতৃৰ ভাগ্য ভাল, তাইৰ প্ৰথম সন্তানটো হয় কন্যা।" "এনা, তাইৰহে কপালখন যেন বিধাতাৰ চোতালৰ দৰে, মহ-লেনো তাৰ প্ৰথম তিনিটা সন্তানেই ল'ৰা হব লাগে নে? প্ৰথম সন্তানটো কন্যা হ'লে বহুতো কামৰ পৰা সুবিধা। কন্যা সন্তান পাঁচ-ছয় বছৰত ভৰি দিলেই মাকক সহায় কৰিব পৰা হয়। ঘৰৰ পৰা পানী অনা, সৰু ল'ৰা-ছোৱালীক বোকোচাত লৈ চোৱা-চিতা কৰা, ঘৰখনত সৰু সুৰা ইটো-সিটো কাম কৰাত সিহঁতে মাকক সহায় কৰে অলপ। ডাঙৰ হলেতো কথাই নাই, ঘৰৰ পৰা আৰম্ভ কৰি খেতি পথাৰলৈকে সকলোতে সিহঁতৰ আধিপত্য বাঢ়ি যায়। সিহঁতৰ হাতত সকলো কামৰন এৰি দি নিশ্চিন্ত মনে থাকিব পাৰি। যিখিনি কাম জীয়েক সকলৰ হতুৱাই মাক দেউতাকে অতি সহজে কৰাই লব পাৰে সেই-খিনি কাম পুত্ৰসকলৰ হতুৱাই কৰোৱা টান।" পুৰুষ জাতি বুলিলেই শৈশৱ কালৰ পৰাই অলপ নহয় অলপ দুৰ্দান্ত স্বভাৱৰ হবই। অলপ বয়স হলেই সিহঁতে মাক-দেউতাকৰ কথা অমান্য কৰিবলৈ আৰম্ভ কৰি দিয়ে। সেইবুলি যদি বেছিকৈ দমন কৰিবলৈ যায় বস্তু লৰিয়াই ভাঙি উৎপাত কৰে। ল'ৰা বুলিলেই এনে, বিড়ালী চালে বাঘ চাব নালাগে।

সেইবাবেই তাইৰ প্ৰথম সন্তান হবৰ সময়ত কামনা কৰি-ছিল তাইৰ সন্তানটো কন্যা হওক। কিন্তু নহল। সেইদৰে এটা এটাকৈ তাইৰ কোলাটৈ তিনিটা সন্তান আহিল, আৰু তাইক নিৰাশ কৰি তিনিওটা সন্তান হ'ল পুত্ৰ। তথাপিও আজোৱা নিৰাশ হোৱা নাছিল, নিৰাশ হোৱা নাছিল আজোকৰ [illegible]। যেতিয়া চতুৰ্থ সন্তানৰ আগমনৰ দিন চমু হৈ আহিলে, [illegible] [illegible] তেতিয়া [illegible] [illegible] [illegible] [illegible] দেখা দিলে। কন্যা সন্তানটো হলে তাইৰ [illegible] [illegible] [illegible] [illegible] [illegible]

পেনজে হাতৰ কাম নাজানে। তাৰ বাবে আজোমৰ মনত খেদৰ অন্ত নাই। ঘৰৰ বাবে কিবা বস্তু বা আহিলা-পাতিৰ প্ৰয়োজন হলে লোকৰ ওপৰত নিৰ্ভৰ কৰিব লগাত পৰে। আজোমৰ ককায়েকবোৰ অৱশ্যে কি বাঁহ-বেতৰ কাম, কি কাঠ-খৰিৰ কাম, সকলোবোৰ হাতৰ কামতেই পাকৈত। গতিকে পেনজেই হাতৰ কাম নাজানিলেও সিহঁত বৰ বেচি ভাবিব লগাত পৰা নাই। আজোমে ইজন-সিজনক খাটিৰ কৰি আহিব ধৰা সন্তানৰ বাবে লাউপানী খাবলৈ বাঁহৰ পাত্ৰ, হাবিৰ পৰা খৰি লুৰিবৰ কাৰণে হোৰা, হোৰাৰ বছী, দা-কুঠাৰ আদি, মোনা, চাদৰ, চাটক * আদি বৰৰ কাৰণে তাঁতশালৰ সঁজুলি আৰু মাকৰ লগত খেতিত মাটি খুচৰিবৰ কাৰণে চামকোক * আদি লাগতিয়াল বস্তুবোৰ গোটাই পেলালে। সন্তানটো জন্ম হোৱাৰ আগতে কাপোৰ-কানিও তাই সি উলিয়ালে।

কিন্তু সকলোকে নিৰাশ কৰি চতুৰ্থ সন্তানটোও যেতিয়া পুত্ৰ হৈ ভূমিষ্ঠ হ'ল তেতিয়া আজোমে হুৰাওৰাৰে কান্দি দিলে।

তেতিয়াৰ পৰা সেই একে ফুটা কলহত পানী ভৰা ঘটনাৰ পুনৰাবৃত্তি চলিবলৈ আৰম্ভ কৰিলে। আজোম গৰ্ভৱতী হৈ পৰিলেই পতি-পত্নীৰ মনত আশাৰ বেঙুণিয়ে উক দিয়ে, কন্যা সন্তানৰ বাসনাই দুয়োৰে মন-প্ৰাণ আচ্ছন্ন কৰি তোলে, লগে লগে আহিব লগা কন্যা সন্তানজনীৰ বাবে প্ৰয়োজনীয় বস্তু গোটোৱাত লাগি যায়, কিন্তু প্ৰত্যেক বাৰেই সকলোকে নিৰাশ কৰি আজোমৰ গৰ্ভৰ পৰা ভূমিষ্ঠ হয় পুত্ৰ সন্তান। এনেদৰে এটাৰ পাছত এটাকৈ আঠোটা পুত্ৰ জন্ম হোৱাৰ পাছত আজোমৰ সন্তান উৎপাদন ক্ষমতা হীন হৈ পৰে। লগে লগে কন্যা সন্তানৰ আশাক স্বামী-স্ত্ৰী দুয়োজনে চিৰদিনৰ বাবে বিসৰ্জন দিব লগাত পৰিল।

---

* চাটক—তুলীত মেৰুওৱা আৰু মোনাত বছী কৰা ফিটা।

* চামকোক - মাইকী মানুহে হাতত লোৱা খেতিৰ সঁজুলি বিশেষ।

দিন বাগবাব লগে লগে পেনজে আৰু আজোমৰ ল'ৰাবোৰ ডাঙৰ হৈ আছিল। সিহঁতক আলপৈচান ধৰোতে, মাকৰ তং নোহোৱা হৈ আহিল। অকল এজনী মানুহেই আটাইবে আল-পৈচান ধৰে কেনেকৈ? তদুপৰি পুত্র সন্তান সকলৰ প্রতি পেনজে আৰু আজোমৰ আকর্ষণ আৰু মৰম নাছিল বুলিব পাৰি। অজানিত ভাবেই হওক বা জনা ভাবেই হওক, পুত্র সন্তান সকলৰ বাবেই সিহঁতে কন্যা সন্তান লাভৰ পৰা চিৰ-বঞ্চিত হ'ল বুলি পেনজে আৰু আজোমৰ মনত বদ্ধমূল ধাৰণা এটা সোমাই পৰিছিল। সেইবাবেই ল'ৰাবোৰে মাক দেউতাকৰ পৰা যিমান-খিনি মৰম-চেনেহ, যিমানখিনি শুকৰ, শিক্ষা-দীক্ষা, আদি পাব লাগিছিল সিমানখিনি নাপালে। মাক-দেউতাকৰ অনাদৰ অৱহেলাই ল'ৰাবোৰক স্বাভাৱিকতকৈ বেছি দুষ্ট কৰি তুলিলে। ল'ৰাবিলাকে মাক-দেউতাকৰ কথা নুশুনা হ'ল, পুৱা-গধূলি ঘৰখনৰ পৰা হাই-উকমি, দন্দ-খৰিয়াল আদি শুনা হ'ল। এক অশান্তিময় জীৱন ঘৰখনৰ ভিতৰত আৰম্ভ হ'ল। ঘৰৰ প্রত্যেকজন সদস্যই সেই-অশান্তিময় জীৱনৰ পৰা নিষ্কৃতি পাব খুজিলেও তাৰ পৰা আঁতৰি যোৱাটো অসম্ভৱ হৈ উঠিল।

পেনজেৰ এজনী বায়েক আছে। আপোন বায়েক। নাম ভাইৰ লাম দৈমা। লাম দৈমাৰ বিয়া অন্য এখন গাঁৱত হৈ গৈছিল। বায়েকৰ দুটা ল'ৰা, তিনিজনী ছোৱালী। পেনজে আৰু বায়েক লাম দৈমাৰ মাজত খুউব মিলা-প্রীতি আছিল। দূৰত থকা বাবেই এই মিলা-প্রীতি আৰু অধিক গভীৰতৰ হৈছিল। ইখন ঘৰত কিবা দুখ-কষ্ট হোৱা বুলি খবৰ শুনিলেই সিখন ঘৰৰ কোনোবা এজন মানুহ লহোৰন কাঢ়ি কৰি খৈয়ো ওলাইছিল গৈ।

দুখন গাওঁ, দুখন ঘৰ। দুয়োখন ঘৰৰ সম্বন্ধ মধুৰ। আপোন। যেন এক আত্মা, এক দেহ। কিন্তু ইখন ঘৰত দুখ আৰু শান্তি

নাই, আনখন ঘৰত হলে বিৰাজ কৰিছে অসীম সুখ আৰু শান্তি। ইখন ঘৰত, পুৰা-গধূলি চলে কাজিয়া-পেচাল, দ্বন্দ্ব-খৰিয়াল, সিখন ঘৰত চলে হাঁহি-আনন্দ-ইখন ঘৰত পুত্ৰ সন্তান সকলৰ দপ্‌দপনিত মাকৰ তৎ নাই, সিখন ঘৰত লহপহকৈ বাঢ়ি অহা কন্যা সন্তান সকলে মাকক পুৱা-গধূলি কুটা এগছো লাৰিব নিদিয়ে। জীয়েক কেইজনীৰ ওপৰত ঘৰৰ সমস্ত কাম-বন এৰি থৈ মাক-বাপেকে বিচনাত দিনৰ ভাগৰ পলুৱায়। স্কুলত নাম লগাই থোৱা পুত্ৰ দুটাৰ কথা, জীয়েক কেইজনীৰ ভৱিষ্যতৰ কথা চিন্তা কৰিবলৈ সিহঁতে হাতত অফুৰন্ত সময় পায়। কেতিয়াবা দুই এটা কান্দোন, দুই এটা আৱশ্যকীয় গালি বা বুজনিৰ মাত আদিৰ বাহিৰে ঘৰখন সদায় শান্ত হৈ থাকে।

মাজে মাজে বায়েক ভিনিহিয়েকৰ ঘৰলৈ পেনজে আহে। মোমায়েক আহিলে ল'ৰা-ছোৱালীহঁতৰো আনন্দ। পেনজেৰ বাবে সেৱা শুশ্ৰুষাৰ কোনো ত্ৰুটি নহয়।

পেনজে যেতিয়াই বায়েকৰ ঘৰলৈ আহে তেতিয়াই অনুভৱ হয় বায়েকৰ ঘৰখনেই যেন সুখ, শান্তি আৰু আনন্দৰ আলয়। নিজৰ কন্যা সন্তান নথকা বাবেই নেকি বায়েকৰ কন্যা কেইজনীৰ প্ৰতি পেনজেৰ মৰমটো অলপ বেছি। আটাইতকৈ সৰু ভাগিনীয়েক ফ্ৰিমাৰ প্ৰতি পেনজেৰ মনৰ দুৰ্বলতা বেছি, সেই-কাৰণে যেতিয়াই সি এইখন ঘৰলৈ আহে তেতিয়াই তাইৰ কাৰণে কিবা নহয় কিবা এপদ বস্তু আনি দিবই। মোমায়েক আহিলে তাইো মোমায়েকৰ লগ নেৰে, কেতিয়াবা তাই মোমায়েকৰ কোলাত বহে, কেতিয়াবা কোকোচাত উঠে। ভাগৰজনী ভাগিনীয়েকে ৰান্ধি দিয়া ভাত, উলিয়াই দিয়া লাউপানী খাই সি যি কেইদিন বায়েকৰ ঘৰত থাকে সুখ আৰু শান্তিত থাকে।

বছৰবোৰ তেনেদৰেই পাৰ হৈ গ'ল। যিবোৰ ল'ৰা-ছোৱালী এসময়ত চুচৰি-বাগৰি ফুৰিছিল, সিহঁতে কৈশোৰ পাৰ হৈ যৌৱনত

ভৰি দিলে, যিসকলে গাত ডেকা হৈ লৈ চাৰিওফালে দপ্-দপাই ফুৰিছিল সিহঁত চাৰি—পাঁচটা সন্তানৰ পিতৃ-মাতৃ হ'ল। পৃথিৱীখনত বহুতো নতুন মানুহ আহিল, বহুতো মানুহ পৃথিৱীৰ পৰা আঁতৰি গ'ল।

কেঞ্জাও আৰু লামদৈমাৰ স্বপ্ন এদিন ঠিকেত পৰিণত হল। ডাঙৰটো ল'ৰা প্ৰেমটাছিয়ে পঢ়িশুনি আহি তাৰ চাকৰি এটাত সোমাল। দ্বিতীয়টো ল'ৰা চাংখান্দুৱে কলেজত নাম লগালে। ডাঙৰজনী ছোৱালী বিনচিন ৰাংচুক পঢ়ুৱাব নোৱাৰিলেও ভাল এঘৰলৈ উলিয়াই দিলে। ঘৰুৱা অসুবিধাৰ কাৰণে দ্বিতীয়জনী ছোৱালী পেমাৱাংজমক পঢ়ুৱাব নোৱাৰিলে। পেমাৱাংজমেই এতিয়া ঘৰখনৰ সৰ্বে-সৰ্বা। সৰুজনী ছোৱালী ক্ৰিমা লামু টাউনৰ হাইস্কুলৰ হোষ্টেলত, ল'ৰা দুটাৰ এটাই চাকৰি কৰি বাহিৰত, আনটোৱে বাহিৰত কলেজত পঢ়ি আছে। গতিকে মাক-দেউতাক, ঘৰৰ কাম-বন, কুকুৰা ছাগলী আদি সকলোখিনিৰ ভাৰ পেমাৱাংজমৰ হাতত-বেচেৰীয়ে দিনৰ দিনটো টাকুৰি ঘূৰাদি ঘূৰি কাম কৰে. পুৱা-গধূলি মাক দেউতাকৰ আলপৈচান ধৰে। ঘৰত প্ৰায়ে আলহী আহে। আলহী আহিলে তাইৰ কাম বাঢ়ে। তাইৰ মৃদু স্বভাৱ চৰিত্ৰৰ, তাইৰ কথা বতৰাৰ ধৰণ, ব্যৱহাৰ-পাতি আদি দেখি মাক-বাপেকে তাইক লৈ গৰ্ব কৰে।

প্ৰেমটাছিৰ বিয়াৰ কথাও কেঞ্জাও আৰু লামদৈমাই আগৰ পৰাই চিন্তা কৰি আছে। ঘৰলৈ বোৱাৰী আহিলে অন্ততঃ পেমাৱাংজমে অলপ সকাহ পাব। কিন্তু প্ৰেমটাছিৰ মত নোলোৱাকৈ বিয়াখন পাতিব নোৱাৰি। হওঁতে লামদৈমাৰ গাঁৱৰে এজনী ছোৱালীক বোৱাৰী কৰি লবৰ বৰ ইচ্ছা, কাৰণ ছোৱালীজনী দেখাই-শুনাই, কামেবনে ভাল ছোৱালী। ছোৱালীজনীৰ মাক-বাপেকো নাই। মৰাৰ আগতে ছোৱালীজনীৰ মাকক তাই কথা দি থৈছিল ছোৱালীজনীৰ ভাৰ লম বুলি। কিন্তু প্ৰেমটাছিক কবলৈ তাইৰ

ভয় লাগে। কাৰণ পঢ়া-শুনা নজনা ছোৱালী বুলি প্ৰেমটাছিয়ে ছোৱালীজনীক বিয়া কৰাবলৈ মান্তি নহবও পাৰে। লাখ হওক, প্ৰেমটাছি পঢ়া-শুনা কৰা ল'ৰা, গতিকে পঢ়া-শুনা জীৱন সঙ্গিনী বিচাৰিবই। এইবোৰ কাৰণতে প্ৰেমটাছিৰ বিয়াখন পাতো বুলিয়ো পাতিব পৰা নাই।

আনপিনে পেনজে আৰু আজোমৰ লাখ চেষ্টাৰ ফলতো ল'ৰা কেইটাক ভালদৰে পঢ়ুৱাব নোৱাৰিলে। আজোমৰ দেহাও পৰি আহিছে। আজিকালি পথাৰৰ পৰা উভতি আহি আগৰ দৰে পুৰা-গধূলি ঘৰত ৰন্ধা বঢ়া কাম কৰিব নোৱাৰা হ'ল। দেহৰ পৰা ইটো সিটো বেমাৰ মুগুচাই হ'ল।

পেনজে আৰু আজোমৰ ইচ্ছা আছিল লামদৈমা আৰু কেজাওৰ ডাঙৰজনী ছোৱালী বিনচিন ৰাংমুক নিজৰ ল'ৰালৈ অনাৰ। পেনজে আৰু আজোমৰ দৃঢ় বিশ্বাস আছিল ভাগিনীয়েকক বোৱাৰীৰূপে পালে সিহঁতে অন্ততঃ বুঢ়া বয়সত অলপ আৰাম পাব। অনা ঘৰৰ পৰা অনা বোৱাৰীয়েকৰ পৰা যিখিনি সুখ শান্তি আৰু আলপৈচান আশা কৰিব পৰা যায় নিজৰ আপোন মানুহৰ ঘৰৰ পৰা অনা বোৱাৰীয়েকসকলৰ পৰা তাতকৈ বেছি আশা কৰিব পাৰি। কিন্তু পেনজে আৰু আজোমে কথাবোৰ চিন্তা কৰি থাকোঁতেই গ'ল। সিহঁতে কিবা এটা খোজ লোৱাৰ আগতে বিনচিন ৰাংমুৰ অন্য এটা ঘৰত বিয়া হৈ গ'ল। পেনজে আৰু আজোমো বৰ বেছি নিৰাশ নহ'ল। কাৰণ তাই গুছি গলেও তাইৰ তলত এতিয়াও দুজনী ছোৱালী পৰি আছে। গতিকে ডাঙৰ ল'ৰালৈ সিহঁতে ধনী ঘৰৰ ছোৱালী এজনী চাই আনিলে। নতুন বোৱাৰীয়েক অহাৰ পাছত পেনজেৰ ঘৰখনত শান্তিয়ে বিৰাজ কৰিলে। কিন্তু সেই শান্তি কিছুদিনৰ বাবেহে স্থায়ী হ'ল। অলপ দিন যোৱাৰ পাছত বোৱাৰীয়েকৰ লগত শহুৰ-শাহুৰ খুট-খুটি আৰম্ভ হৈ গ'ল। কিছুমানৰ পৰা খাওৱালাহু

হোৱাদি সেই কাজিয়াই এদিন ভয়ঙ্কৰ ৰূপ ললে। ঘৰখনত আকৌ অশান্তিৰ ধুমুহা হবলৈ আৰম্ভ কৰিলে। ফলস্বৰূপে কিছুদিনৰ পাছত গিৰিয়েকক লগত লৈ তাই শহুৰ-শাহুৰ ঘৰৰ পৰা বেলেগ হৈ গ'ল।

পেনজে আৰু আজোমে ডাঙৰ বোৱাৰীয়েকৰ ওপৰত বিশ্বাস কৰি, ডাঙৰ ল'ৰাটোৰ ওপৰত আশাভৰসা কৰি জীৱনত প্ৰথম বাৰ উজুটি খালে। সেই উজুটিৰ আঘাতৰ জ্বালাত দুয়ো স্বামী-স্ত্ৰী কিছুদিন ডাঙৰ বোৱাৰীয়েক আৰু পুত্ৰক নানা ধৰণেৰে ভৎসনা কৰি গুজৰি গুমৰি থাকিল।

ডাঙৰ ল'ৰা বেলেগ হৈ যোৱাৰ পাছত পেনজে আৰু আজোমে ভাবিলে ; "সোনকালে দৰজি চেৰাঙৰ বিয়াখন পাতি দিয়া যাওক।" দুয়ো এইবাৰ সাৱধান হ'ল যাতে ডাঙৰ ল'ৰাৰ ক্ষেত্ৰত হোৱাৰ দৰে সিহঁতে ঠগ খাব লগা নহয়। সিহঁতৰ দ্বিতীয় ল'ৰা দৰজি চেৰাঙে দুইবাৰো প্ৰবেশিকা পৰীক্ষা দি উত্তীৰ্ণ হ'ব নোৱাৰাত হেলথ এচিচ টেণ্টৰ কামত সোমাইছিল। পঢ়াশুনাত যদিওবা ল'ৰাটোৱে বিশেষ উন্নতি কৰিব নোৱাৰিলে তথাপিও মাক-বাপেকৰ তাৰ বাবে কোনো দুখ বা আক্ষেপ নাই। বৰঞ্চ সি যে প্ৰবেশিকালৈকে পঢ়িব পাৰিলে তাতেই সিহঁতৰ গৌৰৱ। সিহঁতে যে দৰজি চেৰাঙক লৈ গৌৰৱ বোধ কৰে সেই কথা সিহঁতৰ কথা বতৰা, সিহঁতৰ হাব-ভাৱ আদিৰ মাজত প্ৰায়েই দেখিবলৈ পোৱা যায়। আনকি লোকৰ আগত ডাঙৰ পুত্ৰ আৰু বোৱাৰীয়েকৰ বদনাম গাই দ্বিতীয় পুত্ৰ দৰজি চেৰাঙৰ প্ৰশংসা বচন সুবিধা পালেই লোকৰ কাণ চোৱাবলৈ বুঢ়া বুঢ়ীয়ে কুণ্ঠা বোধ কৰা নাছিল।

দৰজি চেৰাং ঘৰখনৰ ভিতৰতেই আকৌ জিজিকা ল'ৰা। সি ভাল। মাক বাপেকক সি মৰম কৰে। শ্ৰদ্ধা কৰে। ঘৰখনৰ দায়িত্বও সি বুজি পায়। তদুপৰি সি দেখাত ধুনীয়া আৰু শিক্ষিত। গতিকে তাৰ বিয়াখন পতাৰ আগেয়ে পেনজে আৰু আজোমে

যথেষ্ট চিন্তা কৰিব লগা হ'ল । যিহেতু দৰজি চেৱাং শিক্ষিত গতিকে বোৱাৰীয়েকজনীও অলপ শিক্ষিত হোৱাটো ভাল বুলি পেনজে আৰু আজোমে ভাবিলে । অৱশেষত দুয়ো আহি এটা সিদ্ধান্তত উপনীত হ'ল । সিহঁতে ঠিক কৰিলে সিহঁতৰ আটাইতকৈ সৰু ভাগিনীয়েক ক্রিমা লামুক দৰজি চেৱাঙলৈ অনা হওক । ক্রিমা লামু সেই সময়ত বোমডিলা হাইস্কুলৰ দশমমান শ্ৰেণীৰ ছাত্রী । তাই দেখাই-শুনাই ভাল ছোৱালী । হাতত থকা ছামু * এজনীক এৰি দিয়া নাযায় । ক্রিমা বোৱাৰী হৈ ঘৰখনলৈ আহিলে বুঢ়া-বুঢ়ীয়ে তাইৰ পৰা সেৱা-শুশ্ৰূষা পাব, ঘৰ-খনৰ সমস্ত ভাৰ তাই বহন কৰিব পাৰিব । আটাইতকৈ ডাঙৰ কথা এইখন ঘৰ তাইৰ অতি চিনাকি, অতি আপোন, এইখন ঘৰৰ লগত তাইৰ ৰক্তমাংসৰ সম্বন্ধ আছে ।

পূজাছুটীত ক্রিমাহঁতৰ ঘৰলৈ আহিছিল । ছুটীৰ শেষত গাওঁৰ অন্যান্য ল'ৰা-ছোৱালীবোৰৰ সৈতে তাই স্কুললৈ উভতিল । ক্রিমাহঁতৰ গাওঁৰ পৰা বোমডিলালৈ ৩৫ কিলোমিটাৰ বাট । বোমডিলাত হোষ্টেলত থাকি পঢ়া শুনা কৰে । জিলাখনত সেই টোৱেই একমাত্র হাইস্কুল, গতিকে জিলাখনৰ সকলো ঠাইৰ ল'ৰা-ছোৱালীৰ একমাত্র শিক্ষানুষ্ঠান আছিল সেইটো । বোমডিলা আৰু ক্রিমাহঁতৰ গাওঁ য়োকমুৰ মাজতেই পেনজেহঁতৰ গাওঁ ছেঁাংলো অৱস্থিত ।

পেনজে অৰু আজোমে সিহঁতৰ সিদ্ধান্তৰ কথা নিজ বংশৰ মানুহবোৰক জনালে আৰু মনে মনে সকলো ঠিক-ঠাক হৈ ক্রিমা বোমডিলালৈ ঘূৰি যোৱালৈ বাট চাই থাকিল । ক্রিমাই লগৰ বন্ধু বান্ধৱীসকলৰ সৈতে বিশ একৈশ কিলোমিটাৰ খোজকাঢ়ি যেতিয়া ছেঁাংলো গাওঁত আহি উপস্থিত হ'ল, অতৰ্কিতে মোমায়েকৰ কালৰ

---

* ছামু—ভাগিনীয়েকসকল আপোন মোমায়েকসকলৰ ঘৰলৈ বোৱাৰী হলে সিহঁতক ছামু বোলা হয় । Readymade bride.

পৰা অহা এজাক মানুহে তাইক বেঢ়ি ধৰিলে। তাৰ পাছত তাইক টানি-আজুৰি লৈ গ'ল। লগৰ বন্ধু-বান্ধৱী সকলে অলপ সময় হকা-বাধা দিবলৈ চেষ্টা কৰাৰ পাছত এৰি দিলে। কাৰণ সিহঁতে বুজিছিল হকা-বাধা কৰা চেষ্টা বৃথা, কিয়নো সিহঁতৰ বিবাহ পদ্ধতিয়েই তেনেকুৱা। জিমাই তাইক ধৰি নিওঁতে প্ৰথমে হাত-ভৰি এচাৰি, তাইক ধৰি নিয়া মানুহবোৰক চিকুটি-বাকুটি, দাঁতেৰে কামুৰি নিজক ৰক্ষা কৰিব বিচাৰিছিল, কিন্তু তাইৰ সকলো চেষ্টা বিফল হ'ল। প্ৰথমতে তাই ধৰিবই পৰা নাছিল তাইক কাৰ কাৰণে ধৰি নিয়া হৈছে, তাইক ঘৰত সুমুৱাই দিয়াৰ পাছতহে তাই বুজিব পাৰিলে আচলতে তাইৰে নিজৰ মোমাই-মামীয়েক এই কাৰ্য্যৰ গুৰি ধৰোঁতা। তাইক এনেদৰে ধৰি অনাত, তাইৰ পঢ়াশুনাত বাধা পৰাত খঙত তাই একো কব নোৱাৰা হৈ পৰিছিল। স্থান কাল পাহৰি সেইদিনা তাই মোমায়েকহঁতক সাত-পুৰুষ উদ্ধাৰ কৰি গালি পাৰিছিল। মোমায়েকে হাঁহি হাঁহি সকলো শুনি গৈছিল। এসময়ত তাইৰ খঙ শাম কাটিল। তাই বুজিলে তাইৰ পঢ়াশুনা সিমানতে শেষ। পঢ়াৰ সলনি এতিয়া তাই শহুৰ-শাহু, পতি-দেওৰেক আদিৰ সেৱা-শুশ্ৰূষাত দিন নিয়াৰ লাগিব। অতি সহজে তাই জীৱনৰ ওপৰত মুখ ঘোৰালে, পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাই ললে। পতি, শহুৰ, শাহু, দেওৰেক আদিৰ মাজত তাই নিজকে বিলীন কৰি দিলে।

পেনজেৰ ফালৰ পৰা কেজাং আৰু লাম দৈমাই আগতে জিমা লামুক ধৰি নিয়াৰ কোনো ইঙ্গিত পোৱা নাছিল। পেনজেই কেজাং আৰু লাম দৈমাৰ পৰা সেই বিষয়ে কোনো ধৰণৰ অনুমতি লোৱাৰো যুক্তিযুক্ততা বিচাৰি পোৱা নাছিল। যিহেতু জিমাহঁতৰ মোমাৰেক সি, পতিকে সিহঁত তাৰ হামু আৰু সেইবাবেই সিহঁতৰ ওপৰত তাৰ সম্পূৰ্ণ অধিকাৰ আছে। কোনোবাই যদি তাত মাত মাতে তেন্তে সি হ'ব সমাজৰ প্ৰচলিত ৰীতিৰ বিৰুদ্ধাচৰণ।

গতিকে পেনজে আৰু আজোমে ত্ৰিমা লামুক ঘৰলৈ ধৰি নি কোনো ভুল কৰা নাই বুলিয়েই ভাবিছিল। ত্ৰিমা লামুক ধৰি নিয়াৰ খবৰটো সেইদিনাই গৈ কেজাং আৰু লামদৈমাৰ কাণত পৰিল। প্ৰথমতে সিহঁতে খবৰটো শুনি কিছু আচৰিত হ'লেও অতি সহজভাৱে তাক সিহঁতে গ্ৰহণ কৰিলে। একপ্ৰকাৰ কবলৈ গলে কথাটো শুনি সিহঁতে মনে মনে ভালেই পালে। বিশেষকৈ ভায়েকৰ প্ৰতি যি সহায় সহযোগিতা নিজ কন্যাক দান কৰি আগবঢ়ালে, সামাজিক ৰীতি-নীতিৰ কৰ্ত্তব্য সম্পাদন কৰিলে তাৰ বাবে মাক লামদৈমা বৰ সন্তুষ্ট হ'ল। ল'ৰা-তিৰোতাৰ দ্বাৰা প্ৰায় উপেক্ষিত, জীৱনত শিলৰ মৈ টানি টানি অকালতে দাড়ি-চুলি পকি বৃদ্ধ হোৱা ভায়েক পেনজেক ত্ৰিমাই সেৱা-শুশ্ৰূষা কৰি জীৱনৰ অন্তিম দিনবোৰত সুখ-শান্তি দিব এই কথা ভাবি লামদৈমা মনে মনে আশ্বস্ত আৰু আনন্দিত হ'ল।

যি সময়ত ত্ৰিমাৰ দৰজি চেৱাঙলৈ নিয়া খবৰে কেজাং আৰু লামদৈমাৰ মনত আনন্দৰ জোৱাৰ তুলিছিল সেই সময়ত সেই একে খবৰে ঘৰৰ এজন সদস্যৰ মনত ধুমুহাৰ বন্যা সৃষ্টি কৰিছিল। গাওঁৰ পৰা উভতি অহা ত্ৰিমাৰ লগত ল'ৰা-ছোৱালীৰ পৰা প্ৰেমটাছিয়ে যেতিয়া কথাটো শুনিলে, তেতিয়া সি ক্ষুণ্ণ হৈ পৰিল। ভনীয়েকক উচ্চ-শিক্ষা দি নিজৰ আদৰ্শত গঢ়ি তোলাৰ তাৰ যি সপোন আছিল সি ভাঙি চুৰমাৰ হৈ গ'ল। মোমায়েক মামীয়েক আৰু মাক-দেউতাকৰ প্ৰতি তাৰ খং উঠিল। সি ভাবিলে; "আমাৰ এই ছোৱালীক ধৰি নি বিবাহ কৰা পদ্ধতিটো যেতিয়ালৈকে বৰ্ত্তি থাকিব তেতিয়ালৈকে আমাৰ জনজাতিৰ নাৰীসকলে উচ্চশিক্ষাৰ মুখ দেখা নাপায়। কাৰণ কোনোবা ছোৱালী পঢ়ি-শুনি অলপ ওপৰ শ্ৰেণীলৈ উঠিলেই তাইৰ ওপৰত বিয়া পাতিব লগা ল'ৰাবিলাকৰ মাক-দেউতাকহঁতৰ চকু পৰে আৰু এদিন সকলোৰে অজানিতে মানুহ পঠাই ছোৱালী

জনীক ধৰি লৈ যায়।" কথাটো সি আগৰ পৰাই ভাবি আছিল, কিন্তু একো কৰিব পৰা নাছিল। এইবাৰ যেতিয়া এই প্ৰথাই গৈ তাৰ নিজৰ ঘৰৰ মানুহক চুলে সি তেতিয়া সন্ত্ৰস্ত হৈ উঠিল। তদুপৰি আজিৰ তাৰ বন্ধুবোৰৰ ঠাট্টা-মস্কৰাই তাক বেচি উত্তেজিত কৰি তুলিলে। গোটেই সন্ধিয়া সি চিন্তাত কমৰ ভিতৰত চহল দি থাকিল। "কি কৰা যায় কি কৰা যায়" ভাবে তাৰ মন প্ৰাণ তোলপাৰ লগাই থাকিল।

বহুত পৰ তেনেদৰে চটফটাই থকাৰ পাছত তাৰ ঘটনা এটালৈ মনত পৰিল। ঘটনা মনত পৰাৰ লগে লগে বিজুলী সঞ্চাৰে তাৰ মগজুত বুদ্ধি এটা খেলি গ'ল। সি বাট বিচাৰি পালে। টেবুলৰ কাষত গৈ সি বহি পৰিল আৰু কাগজ কলম উলিয়াই লৈ লিখিবলৈ আৰম্ভ কৰিলে।

তাৰ পাছদিনা কেপ্টেইনৰ ঠিকনা যুক্ত এখন দীঘল চিঠিৰ খামৰ ওপৰত ডাক পিয়নটোৱে পোষ্ট অফিচৰ চাপ এটা সশব্দে বহুৱাই দিলে।

# তিনি

চিঠিৰ উত্তৰ সোনকালেই আহিল। গাঁৱত কুৰিম পূজা পাতিছে। তাতে প্ৰেমটাছিক মাতি পঠাইছে। দেউতাকেৰ উদ্দেশ্য পূজাৰ সময়ত ল'ৰাটোক কাষত পোৱাটো। আৰুকৈ ডাঙৰ উদ্দেশ্য হৈছে 'ঐমা লামুৰ বিয়াৰ বিষয়ত প্ৰেমটাছিয়ে যিবোৰ কথা লিখি পঠাইছিল সেই বিষয়ত কিবা এক মীমাংসা কৰা। ছোঁলা গাঁৱৰ পৰা পেনজে আৰু আজোমাকো মাতি পঠোৱা হৈছে। সিহঁতেও ঐমাক লগত লৈ য়োকমু গাঁৱলৈ পূজাত আহিব।

প্ৰেমটাছিয়ে চাৰিদিনৰ কেচুৱেল লিভ্ ল'লে। প্ৰয়োজনীয় দুই এপদ বস্তু বেগ এটাত ভৰাই ঘৰলৈ বুলি অকলে পদব্ৰজে যাত্ৰা আৰম্ভ কৰিলে। ছোঁলো গাঁৱলৈ আহি পাই সি গম পালে ঐমা লামুক লগত লৈ পেনজে আৰু আজোম আগদিনাই সিহঁতৰ ঘৰলৈ গৈছে। দৰজি চেৰাঙৰ ছুটী শেষ হোৱাত সিয়ো তাৰ ট্ৰেইনিং স্কুললৈ উভতি গৈছে। ছোঁলো গাঁৱত সম্বন্ধীয় মানুহ এঘৰত সোমাই সি ভাত-পানী খালে। সি অহা গম পাই গাঁৱৰ দুই এজন মানুহ তাক চাবলৈ বুলি আহিল। কথাৰ মাজতে সিহঁতে নিজৰ ভনীয়েকক মোমায়েকৰ ঘৰত বিয়া দি বুঢ়া বয়সত মোমায়েক মামীয়েকৰ দায়িত্ব নিজৰ হাতত তুলি লোৱাৰ বাবে তাক প্ৰশংসা কৰিলে। পঢ়া-শুনা কৰি শিক্ষিত হৈ উঠাৰ পাছতো সি নিজৰ পুৰণি ৰীতি-নীতি এৰা নাই বুলি সিহঁতে ভাল পালে। লগতে নিজৰ ৰীতি-নীতি নেৰিবলৈ সিহঁতে প্ৰেমটাছিক সকিয়াই দিলে। দাবজা বুঢ়াই লগতে কবলৈ নাপাহৰিলে; "অতীজৰে পৰা আমাক ওচৰ-পাজৰৰ জাতিবিলাকে বজা জ্ঞান কৰি আহিছে। সিহঁতে আমাৰ পৰা ৰীতি-নীতি, নিয়ম-কানুন

অনুকৰণ কৰি সিহঁতৰ জাতিক জীৱিত কৰি তুলিছে। আজিকালিৰ ল'ৰা-ছোৱালীবোৰে ভাৰতীয় শিক্ষা পাই আমাৰ নিজৰ ৰীতি-নীতিক, আমাৰ নিজৰ কৃষ্টি-সংস্কৃতিক দলিয়াই পেলাই দিবলৈ ওলাইছে। ই আমাৰ বাবে বৰ পৰিতাপৰ কথা। মোৰ মতে আমাৰ সমাজত এনে এটা নিয়ম নাই যি দলিয়াই দিয়াৰ যোগ্য। আমাৰ পূৰ্ব-পুৰুষ সকলে যিহেতু সেই নিয়মবোৰ পালন কৰি আহিছে গতিকে আমিও তাক পালন কৰিবই লাগিব। মই হলে সকলোকে তাক পালন কৰিবলৈ কওঁ।"

দাৰজা বুঢ়া আৰু গাঁৱৰ অন্যান্য পুৰণি-পন্থী মানুহ বিলাকৰ কথাৰ লগত একমত হব নোৱাৰিলেও তাৰ একো কবৰ ইচ্ছা নগ'ল। কাৰণ গাঁৱৰ মানুহে যুক্তি আৰু তৰ্ক নামানে। সিহঁতে শুনি নিশিকে, ঠেকিহে শিকে। সি জানে, পুৰণি ৰীতি-নীতিকে যদি আমি আকোৱালি ধৰি থাকো তেন্তে আমাৰ উন্নতি নহব। সেই ৰীতি-নীতিবোৰ আজিৰ দিনৰ বাবে পুৰণি আৰু অচল হৈ গৈছে। সামাজিক ৰীতি-নীতিবোৰ সময় সাপেক্ষ, সেই সময় পাৰ হলেই অচল টকাৰ দৰে অচল হৈ পৰে। যুগৰ লগত সমানে তাল মিলাই আগবাঢ়ি যাবলৈ হলে পুৰণি কুসংস্কাৰ, কৃষ্টি-সংস্কৃতি আদিক এৰি বা ধুই পখালি যুগ সাপেক্ষ কৃষ্টি-সংস্কৃতি আৰু ৰীতি-নীতি গঢ়ি তুলিব লাগিব। তাৰ বাবে প্ৰয়োজন দূৰদৃষ্টি আৰু সৎ সাহসৰ। অকল বক্তৃতা দিলে বা মনতে ভাবি থাকিলে কাম নহয়, তাক হাতে কামে কৰি দেখুৱাব লাগিব। এই কাম সি এতিয়া কৰিবলৈ ওলাইছে। কামটো কৰি পেলোৱাৰ পাছত হয়তো গাঁৱৰ মানুহবোৰে তাক বেয়া পাব, ঘৰখনৰ ভিতৰত সি অপ্ৰিয় হৈ পৰিব, কিন্তু উপায় নাই। যদি কিবা কাম কৰে তেন্তে নিজৰ ঘৰখনৰ পৰাই আৰম্ভ কৰিব লাগে, তেহে লোকক দেখুৱাব পৰা যায় সমাজ এখনৰ পৰিবৰ্ত্তন সাধন কৰিবলৈ হলে কি কৰা উচিত। এই কামত সি যদি সফল হয় তেন্তে আগলৈ

সি এখন সংঘ গঢ়ি তুলিব ? তাৰ জৰিয়তে সি সমাজ সংস্কাৰ সাধনত ব্ৰতী হ'ব। তাৰ এই সংঘখন হ'ব ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ আৰু ৰামমোহন ৰায়ৰ "ব্ৰাহ্ম সমাজখনৰ দৰে।

যিমান সময় সি ছোঁৱালী গাঁৱত আছিল সিমান সময় সি কেৱল মানুহ কেইজনৰ কথা শুনিলে। কিন্তু সি সিহঁতৰ কথাৰ উত্তৰত হয় না একো নকলে।

দিনটো খোজ কাঢ়ি কাঢ়ি গধূলি পৰতহে সি গাঁৱত আহি প্ৰৱেশ কৰিলে। সেই সময়ত ঘৰৰ ভিতৰত জুহালৰ তিনিও কাষে তাৰ মাক-দেউতাক, মোমায়েক-মামীয়েক আৰু ঘৰৰ অন্যান্য সদস্য সকল বহি আছিল। এদল শত্ৰু মানুহৰ আগত হঠাৎ এজন শত্ৰু গৈ থিয় হলে শত্ৰু দলৰ মানুহ যেনেদৰে সজাগ সতৰ্ক হৈ উঠে ঠিক সেইদৰে প্ৰেমটাছি ঘৰৰ দুৱাৰমুখত থিয় হোৱাৰ লগে লগে ঘৰৰ ভিতৰৰ আটাইবোৰ মানুহ সজাগ হৈ উঠিল। তাৰ পাছত সিহঁত আটাইকেইজন এনেদৰে ব্যস্ত হৈ পৰিল যেন সি ঘৰৰ মানুহ নহৈ কোনোবা অচিনাকী ডাঙৰ অতিথিহে। প্ৰেমটাছিয়ে অনুভৱ কৰিলে, সিহঁতৰ সেই ব্যস্ততাৰ মাজত কোনো মৰম নাই, কোনো আন্তৰিকতা নাই। সি নহা হলেই বোধকৰো সিহঁতে বেছি ভাল পালেহেঁতেন, তাক মাতি পঠোৱা হৈছিল যদিও তেওঁলোকে মনে মনে সি নহাকে কামনা কৰি আছিল। প্ৰেমটাছিয়ে কথাটো ভাবি প্ৰথমবাৰৰ বাবে মনৰ মাজত এটা বেদনা অনুভৱ কৰিলে। তেওঁলোকে মুখত কৃত্ৰিম হাঁহি 'বৰিঙাই তাৰ খবৰ বাতৰি, বাটত কিবা দুখ কষ্ট হ'ল নেকি, অকলশৰে আহিছেনে লগত আৰু কোনোবা আহিছে তেনে ধৰণৰ প্ৰাথমিক প্ৰয়োজনীয় বা-বাতৰি সুধিলে। ক্ৰিমা লামুই উঠি জুহালত গৰম পানী বহুৱাই দিলে যাতে ভাগৰত ক্লান্ত হৈ অহা ককায়েকক অতি সোনকালে তাই লাউপানী তৈয়াৰ কৰি খুৱাব পাৰে। প্ৰেমটাছিয়ে আহিয়েই ক্ৰিমা লামুৰ ওপৰত দৃষ্টি

বুলালে। জীৱনত প্ৰথমবাৰৰ বাবে প্ৰেমটাছিয়ে লক্ষ্য কৰিলে তাই সচাঁকৈ গাভৰু হৈ পৰিছে আজি। এমাহ মানৰ আগতে তাই যেতিয়া পূজা বন্ধত স্কুলৰ পৰা ঘৰলৈ যাবলৈ ওলাইছিল তেতিয়া তাই আছিল মাথোন একনী সৰু চঞ্চল ছোৱালী। অন্ততঃ তাৰ চকুত তাই আছিল তেনেই সৰু ছোৱালী। তাই যে সচাঁকৈ বিবাহ যোগ্যা হৈ পৰিছে সেই কথা ইমান দিনে সি লক্ষ্য কৰা নাছিল। আজি তাইক এক নতুন ৰূপত দেখি সি বিস্মিত হ'ল।

সচাঁৰাচৰ ঘৰত আহিলে সদায় তামোল পান কিনি অনাৰ দৰে এইবাৰো মাক দেউতাকৰ বাবে সি তামোল-পাণ কিনি আনিছিল। ম হেগৰ পৰা বস্তুবোৰ উলিয়াই দিলে। গী এক্স ৰামৰ বটল দুটাও সি লগত লৈ আনিছিল, কাৰণ গাঁৱৰ মানুহবোৰৰ বাবে এনে জাতীয় মদ খাবলৈ পোৱাটো সপোনৰো অগোচৰ আছিল। ঘৰলৈ আহিলে মাক দেউতাকলৈ বুলি সি সদায় হুইস্কি, ব্ৰাণ্ডি অথবা ৰামৰ বটল এটা আনিবই। মদৰ বটলটো দেখি ঘৰৰ চাৰিও গৰাকী বুঢ়া মানুহ আনন্দিত হৈ পৰিল। অলপ আগতে সিংতৰ মুখমণ্ডলত বিয়পি থকা ক'লা ক'লা ডাৱৰবোৰ যেন থক্তেকৰ কাৰণে এজাক বতাহে উৰুৱাই লৈ গ'ল। দেউতাকলৈ বুলি সি প'জ টুপী এটাও আনিছিল, কিন্তু দেউতাকৰ সলনি মোমায়েকক টুপীটো দিয়াটোকে সি ঠিক কৰিলে। গতিকে মোমায়েকক টুপীটো আগবঢ়াই দি কলে, "মোমাইদেউ, আপোনাৰ কাৰণে এই টুপীটো আনিছো। পিন্ধি চাওকচোন, কেনে হৈছে ?"

পেনজেই হাত পাতি টুপীটো ললে। মূৰৰ টুপী একাতেৰে খুলি লৈ কোলাত থলে আৰু আনটো হাতেৰে নতুন টুপীটো মূৰত সুমুৱাই দি তৃপ্তিৰ হাঁহি এটা মাৰিলে।"

কেজাওে কলে, "ধুনীয়া হৈছে, কাইলৈ তুমি তাকে পিন্ধি উৎসৱত যোগ দিব লাগিব।"

পেনজেই ক'লে, "তোৰ দেউতাৰ বাবে এটা ?"

"দেউতাৰ টুপী আছেই, লাগিলে পাছত কিনি দিম"
—প্ৰেমটাছিয়ে ক'লে।

প্ৰায় প্ৰেমটাছিৰ লগে লগে কেজাঙো চিঞৰি উঠিল;
"মোৰ টুপী আছেই নহয়, একেবাৰে নতুন হৈয়েই আছে। এইটো তোমাৰ কাৰণেহে আনিছে, লোৱা তুমি।"

"আপোনাৰ ভাগিনৰ আপোনালৈ কিমান মৰম, চাওক"
—আজোমে গিৰিয়েকৰ প্ৰতি উদ্দেশ্য কৰি ক'লে।

তৃপ্তি আৰু গৰ্বৰ হাঁহি এটা মাৰি পেনজেই ক'লে;
হয়, তাৰ মোৰ প্ৰতি খুউব মৰম। অকল মোৰ প্ৰতি নহয়, আমাৰ সকলোৰে প্ৰতি তাৰ মৰম আছে।

"ভাগিনৰ তহঁতৰ প্ৰতি মৰম আছে ঠিকেই কিন্তু তাৰ মৰমে এতিয়া কাক কলৈ দলিয়াই পেলাই কি ঠিক?" প্ৰেমটাছিৰ মাকে সন্দেহ প্ৰকাশ কৰিলে।

"নাই, নহয়, নহয়, সি তেনে লৰা নহয়। তাৰ প্ৰতি আমাৰ অগাধ বিশ্বাস আছে। সিয়েই একমাত্ৰ আমাৰ আশা-ভৰসাৰ স্থল। আমাৰ মনত দুখ দিব পৰা কাম সি নকৰিব বুলিয়েই মোৰ বিশ্বাস।" পেনজেই কৈ উঠিল।

"তেনেকুৱা হলেতো ভালেই পাম, এতিয়া তাৰ ওপৰতেই সকলো ভাল বেয়া নিৰ্ভৰ কৰিছে; সি যি ভাল দেখে কৰিব, আমাৰ তাত মাত মাতিবলৈ একো নাই; গভীৰ নৈৰাশ্যৰ সুৰত কেজাঙে কৈ উঠিল।

"ঘৰৰ পৰিবেশ অলপ উত্তপ্ত আৰু আমনিদায়ক হৈ উঠিল। ভাগৰে-জুগৰে আহি ঘৰত সোমায়েই এইবোৰ কথাৰ মাজত সোমোৱাৰ ইচ্ছা প্ৰেমটাছিৰ মুঠেই নাছিল। তদুপৰি এই চাৰি-গৰাকী বুঢ়া-বুঢ়ীৰ মাজত থাকিলে প্ৰেমটাছিয়ে শান্তি নাপাব, অনবৰত সিহঁতে তাক সেই একেটা কথাৰ মাজলৈ টানি লৈ যাব, পুৰণি আদাঙ্কুকলীয়া ৰীতি-নীতিৰ কথা লৈ তাৰ কাণ ঘোলা

কৰি থাকিব। প্ৰেমটাছিয়ে কথাটো ভবাৰ লগে লগে তাৰ পৰা উশাহ বন্ধ হোৱা যেন উপক্ৰম হ'ল। তাৰ পৰা কেনেকৈ হাত সাৰি যাব পাৰে তাকে ভাবি সি অশান্ত হৈ উঠিল।

ঞিমাই ইতিমধ্যে লাওপানী তৈয়াৰ কৰি দেউতাকৰ পাত্ৰত লাওপানী ভৰোৱাত লাগিছিল। তাকে দেখি প্ৰেমটাছিয়ে স্বস্তিৰ নিশ্বাস এৰিলে। সি তাৰ বেগটো সামৰি থলে আৰু ঞিমাই লাওপানীৰ পাত্ৰটো তাৰ ফালে আগবঢ়াই দিয়াৰ লগে লগে সি একে সোহাতে খাই শেষ কৰি সুদা পাত্ৰ সন্মুখত থৈ দিলে। তাৰ কাৰ্য-কলাপ দেখি ঘৰৰ সকলো আচৰিত হ'ল। ভনীয়েকে সি খাই আধা কৰা পাত্ৰটোত লাওপানী বাকি দিবলৈ অপেক্ষা কৰি যেতিয়া দেখিলে ককায়েকে গোটেই পাত্ৰটোকে খালী কৰি দিছে তেতিয়া তাই লাজত ৰঙা পৰি উঠিল।

"ভৈয়ামৰ মানুহৰ লগত থাকি সি আমাৰ আদৰ-কায়দা সকলো পাহৰি পেলালে;" মামীয়েকে কৈ উঠিল।

'অ' তাৰ আদৰ-কায়দা, তাৰ কথাৰ উচ্চাৰণ আৰু সুৰ আদি দেখি শুনি আমাৰ মাজে মাজে খুউব হাঁহি উঠে। চাং খান্দু আৰু ঞিমা লামুৰ অৱস্থাও একে। সিহঁতে সচাঁকৈ এদিন আমাৰ নিজৰ ভাষাটোকে সুবুজা ..

মাকৰ কথা শেষ নৌহওঁতেই সি খপহ কৰি বহাৰ পৰা উঠিল, বেগটোৰ পৰা দুপেকেট বিস্কুট, লজেন্স, চিগাৰেত আদি উলিয়াই বেগটো নি আলনাত ওলোমাই থৈ দুৱাৰৰ ফালে আগুৱাই গল। ওলাই যোৱাৰ আগতে দুৱাৰৰ পৰা সকলোকে কৈ গ'ল: "মই অলপ ফুৰি আহো, সোনকালেই উভতিম।"

"একো নোখোৱাকৈ আহিয়েই ওলাই যাব লগা হল কিয়? যি কাম আছে খাইলে কৰিলেও হলহেঁতেন!" মাকে পাছফালৰ পৰা কোৱা সি শুনিবলৈ পালে।

সি বন্ধুৱেকৰ ঘৰত গৈ ওলাল।

বায়েক ভিনিহিয়েকে তাক ক'লে, "তই ইয়াতে থাক। তই-তৰ ঘৰত আলচি বহুত। তই কষ্ট পাবি। আৰু সেই বুঢ়া-বুঢ়ী লোপাৰ মাজত তই থাকিও ভাল নাপাবি।"

"মা আৰু দেউতাই বেয়া পাব," সি আপত্তি কৰিলে।

"মই কিবা পৰ নে? তই তাত থকা আৰু ইয়াত থকা একেই কথা।" বায়েক বিনচিন ৱাংজমে ক'লে।

প্রস্তাৱটো শুনি প্রেমটাছিয়ে ভালেই পালে। বিনচিন ৱাংজমে ভাইৰ ডাঙৰ ল'ৰাটোৰ হতুৱাই ঘৰত কৈ পঠিয়ালে প্রেমটাছি সিহঁতৰ ঘৰত থাকিব। ল'ৰাটোৱে গৈ আইতাকক কথাটো ক'লে। বুঢ়া-বুঢ়ী হালে প্রথমতে আপত্তি জনালে। প্রেমটাছি তেনেদৰে নিজৰ ঘৰত নাথাকি লোকৰ ঘৰত থাকিবলৈ ওলোৱাত পেনজে আৰু আজোম ক্ষুণ্ণ হৈ প'ৰল। পেনজেই প্রেমটাছিক পুনৰ ঘৰলৈ মাতি আনিবৰ বাবে যাবলৈ সাজু হ'ল। কিন্তু অৱশেষত কেজাওে বাধা দি ক'লে সি যদি তাত থাকিব খুজিছে থাকক; বায়েকেই তাক ধৰি ৰাখিছে। তাক যদি আমি জোৰকৈ ইয়ালৈ মাতি আনো বিনচিন ৱাংজমে মনত দুখ পাব। তদুপৰি এনে এটা পৰিস্থিতিত সি আমাৰ মাজত থাকিও ভাল নাপাব।

পেনজেই কথাটো ভাবি চালে। ঠিকেই। প্রেমটাছি ঘৰত উপস্থিত থাকিলে তাৰ নিজৰে কিবা অস্বস্তি লাগে, মুক্ত হৈ বায়েক-ভিনিহিয়েকৰ লগত দু-আষাৰ কথাও পাতিব নোৱাৰে।

অৱশেষত প্রেমটাছি বায়েকৰ ঘৰত থকাই ঠিক হ'ল।

# চাৰি

পূজাৰ মাজত দুটাদিন অতি ব্যস্তভাৱে পাৰ হৈ গ'ল। এই ব্যস্ততাৰ মাজত সিহঁতে একেলগে বহি কথাটো আলোচনা কৰাৰ সুযোগ সুবিধা উলিয়াব নোৱাৰিলে। অৱশ্যে এই বিষয় লৈ বায়েক-ভিনিহিয়েকৰ লগত প্ৰেমটাছিয়ে কেইবাবাৰো আলোচনা ক'ৰিলে, বায়েক-ভিনিহিয়েক তাৰ মতত হয়ভৰ হোৱা দেখা গ'ল। সিহঁতে কলে; "দৰ্বজি চেৰাং যদি সঁচাকৈ তেনে হয় তেন্তে ঞ্জিমাক তালৈ নিদিয়াই ভাল। মোমাইদেউৰ অভিশাপতকৈ এজনী মানুহৰ জীৱন ডাঙৰ! জানি শুনি তই তাইৰ জীৱন নষ্ট নকৰিবি।"

বায়েক ভিনিহিয়েকৰ আগত প্ৰেমটাছিয়ে তাৰ মনৰ বহুখিনি কথা খুলি ক'লে। সিহঁতে তাৰ কথাৰ পৰা গম পালে; টাছিৰ মনত পিতৃ-মাতৃ তথা মোমাই মামীয়েকৰ প্ৰতি এটা ডাঙৰ ক্ষোভ সোমাই আছে। প্ৰেমটাছি ডাঙৰ হৈছে, তাতে সি ঘৰৰ ডাঙৰ ল'ৰা, ঞ্জিমাৰ বিয়াৰ বিষয়ত তাৰো মতামত লোৱাটো উচিত আছিল। কিন্তু সিহঁতে তাৰ মতামত লোৱাৰ, তাক এবাৰ সুধি চোৱাৰ কোনো প্ৰয়োজন অনুভৱ নকৰিলে। ঘৰখনত তাৰো যে অস্তিত্ব এটা আছে, সেইকথা উপেক্ষা কৰি সিহঁতে ঞ্জিমাৰ বিয়া পাতিলে, তাকো ঠিক দৰ্বজি চেৰাঙৰ দৰে এজন ল'ৰাৰ লৈতে।

টাছিয়ে কথাৰ মাজতে সমাজত চলি অহা আলাক্ষুকলীয়া কিছুমান ৰীতি-নীতিৰ সলনি যে প্ৰয়োজন হৈ পৰিছে তাৰ কথাও উল্লেখ কৰিলে। স্বভাৱত অলপ গোড়া ধৰণৰ বায়েক ভিনিহিয়েকে হ'লেও এই কথা প্ৰথমতে মানি লব খোজা নাছিল। বিশেষকৈ টাছিৰ "মানুহৰ মাজত কোনো উচ্চ-নীচ জাতি, বৰ্ণ

বোলা বস্তু নাই, সকলো মানুহ একে ৰক্ত মাংসৰে গঠিত” বোলা কথাষাৰ সিহঁতে মানি লব নোৱাৰিলে কোনোমতে। এই যুক্তিৰ ভিত্তি হিচাপে সিহঁতে ক'লে ; “গুৱাহাটীৰ ইউনিভাৰচিটি নে কি কি বোলে, তাৰ পৰা এদল মানুহ আমাৰ ইয়াৰ বিষয়ে কিবা-কিবি জানিবলৈ আহিছিল, সিহঁতে আমাৰ তেজ আৰু ম্লাণলো * সকলৰ তেজ পৰীক্ষা কৰি আমাৰ তেজ উচ্চ বিধৰ বুলি কৈ গৈছে। গতিকে সিহঁতকৈ আমি উচ্চ জাতি।” প্ৰেমটাছিৰ কথাষাৰ শুনি বেয়া লাগিল। কিছুদিন আগতে গুৱাহাটী ইউনি-ভাৰচিটিৰ পৰা এদল Anthropology ৰ ছাত্ৰ আহি ইয়াত Field Work কৰিছিল, সিহঁতেই এই কথা গাৱৰ মানুহৰ মাজত বিলাইছে, ফলত গাঁৱৰ উচ্চ নীচ বংশৰ মাজত কাজিয়াৰ বীজ সিচি থৈ গ'ল, প্ৰেমটাছিয়ে নানা যুক্তিৰে সিহঁতৰ সেই মত খণ্ডন কৰিবলৈ চেষ্টা ক'ৰ বিফল হ'ল। আমাৰ বিবাহ প্ৰথা যে বিশুদ্ধ নহয়, বাটৰ পৰা কন্যাক গাৰ বলেৰে ধৰি অনা প্ৰথা বন্ধ কৰিব এই কথাও সিহঁতে মানি লব খোজা নাছিল। পিছে টাছিৰ যুক্তি তৰ্কত সিহঁত পৰাজিত গ'ল। সিহঁতে বুজিলে, কথাটো মিছা নহয়, সচাঁকৈ সমাজৰ দুই এটা ৰীতি-নীতিক সলাবৰ প্ৰয়োজন হৈ পৰিছে।

তৃতীয় দিনা পূজাৰ অন্ত পৰিল। গাঁৱত গোট খোৱা মানুহ কিছু পাতলি গ'ল। পেনজে আৰু আজোমে পূজা শেষ হোৱাৰ পাছত যাবলৈ উচপিচনি লগাইছিল। সিহঁতৰ ইচ্ছা, কথাখিনি মীমাংসা নকৰাকৈ বোৱাৰী জিমাক লগত লৈ গুছি যোৱাৰ। কিন্তু টাছিৰ উপস্থিতিত তেনেদৰে গুছি যাবলৈ সাহসো কৰিব নোৱাৰিলে।

---

ম্লাণলো :—ভুটানৰ পৰা আহি চেৰছকুপেণ্ণসকলৰ লগত থাকি চেৰ দুকপেণ হোৱা লোক। এওঁলোকক নীচ বংশৰ বুলি গণ্য কৰা হয়।

অতি সংগোপণে সিহঁতে এই বিষয়ে আলোচনা কৰিবলৈ ঠিক ক'ৰিলে। সেইমতে ঠিক কৰা হ'ল ৰাতিলৈ গাঁৱৰ সকলো মানুহ শোৱা হলে বৈঠক আৰম্ভ কৰা হব।

সেইদিনা আছিল অমাৱস্যাৰ ৰাতি। তাতে আকৌ গাঁৱৰ ৰাতি; নিজৰ দেহাটোকে দেখা নোপোৱা ঘোপ মৰা অন্ধকাৰ। আন্ধাৰ নিশা আগুৱাই যোৱাৰ লগে লগে গাঁৱৰ ঘৰবোৰৰ বেৰৰ জোলোঙাইদি বিচ্ছুৰিত হোৱা পোহৰৰ ৰেখাবোৰ ক্ৰমান্বয়ে হেৰাই যাবলৈ ধ'ৰিলে। এসময়ত সেই পোহৰৰ ৰেখাবোৰ সম্পূৰ্ণ হেৰাই গ'ল, নিদ্ৰা দেৱীৰ কোলাত গাঁওখন শুই পৰিল। সেই সময়ত টৰ্চ্ছ লাইটৰ তীব্ৰ পোহৰ এটা ক্ৰমান্বয়ে কেজাঙৰ ঘৰৰ ফালে আগুৱাই গ'ল। তাকে দেখি বাহিৰত কুকুৰৰ ভুক-ভুকনিৰ জাউৰি উঠিল। এটা সময়ত সেই টৰ্চ্ছৰ পোহৰ কেজাঙৰ ঘৰৰ সন্মুখত নুমাই গ'ল। লগে লগে প্ৰেমটাছিৰ মাত শুনা গ'ল, "দেউতা, অ' দেউতা, শুনি নেকি ?"

ঘৰখন এবাৰ আকৌ পোহৰত জকমক কৰি উঠিল। ঘৰৰ সকলো মানুহ শুইছিল যদিও কাৰো টোপনি অহা নাছিল। গতিকে প্ৰেমটাছিৰ মাত শুনাৰ লগে লগে সকলো বিচনাৰ পৰা উঠি বহিল। তাৰ পাছত ঘৰৰ পূব ফালৰ জুইশালৰ তিনিও কাষে সিহঁত অৰ্দ্ধ বৃত্তাকাৰে বহিল। ঞিমাই চৌকাত গৰম পানী বহুৱাই দিলে। কিছুসময় সিহঁতৰ কাৰো মুখৰ পৰা কথা নোলাল। কথাটো ক'ৰ পৰা আৰম্ভ কৰিব, কোনে আৰম্ভ কৰিব সিহঁতে যেন সেই কথা নিৰ্ণয় কৰিব নোৱাৰি ইজনে সিজনলৈ অপেক্ষা কৰিবলৈ ধৰিলে।

অৱশেষত ঘৰৰ গৰাকী হিচাবেই কেজাঙৰ ওপৰত কথাৰ পাতনি মেলাৰ ভাৰ পৰিল। জেঙৰ মানদোঙৰ পৰা এঢোক লাও-পানী মুখত বাকি লৈ গিলিলে আৰু অনাহক ভাৱে এবাৰ কাহ মাৰি গলা চাফ কৰি লৈ নিজকে ভালদৰে প্ৰস্তুত কৰি ল'লে। মূল কথা আৰম্ভ কৰাৰ আগতে ঞিমাক এনেই মাত লগালে;

"পানী গৰম হৈছে, লাওপানী কৰি দে, ঘৰৰ বাকী মানুহ শুদা মুখে বহি আছে।"

ফ্ৰিজমা উঠি গল। এইবাৰ কেজাঙে প্ৰেটমটাছিক উপলক্ষ্য কৰি ক'লে; "তোৰ চিঠিখন পাইছো। তোৰ সকলো কথাই মোক জিনদেৱে পঢ়ি বুজাই দিছে। কথাটো কিমান দূৰ সঁচা সেই বিষয়ে মই একো নাজানো। কিন্তু মই সেই বিষয়ে যদি একো নকৰাকৈ বহি থাকো তেন্তে পাছত কিবা অঘটন হলেই এই দোষটো মোৰ ওপৰতে জাপি দিবি! সেই কাৰণে মোমাইদেউহঁতক আৰু তোক মই ইয়ালৈ মাতি পঠালো, যাতে আমি সকলোৱে গোট খাই ইয়াৰ এটা মীমাংসা কৰিব পাৰো। মোৰ কথামতেই তহঁত সকলো আহিছাহঁক, গতিকে মই বৰ সুখ পাইছো ই আৰু কি কম? যি কেইদিন সংসাৰত জীয়াই আছো সেই কেইদিন আটাইবে লগত মিলিজুলি থাকিম বুলি ভাবিছিলো। সেইবাবে যেতিয়া তহঁতে (পেনজে আৰু আঙ্গোমক উদ্দেশ্য কৰি) ফ্ৰিজমাক বাটৰ পৰা টানি লৈ গৈছিলি তেতিয়া মই আপত্তি কৰা নাছিলো। কাৰণ ইহঁতৰ প্ৰতি মোৰ যি অধিকাৰ আছে তহঁতৰো সেই অধিকাৰ আছে। কিন্তু মই অকলে এতিয়া একো কৰিব নোৱাৰো। মই ভাবিলেই সকলো কাম নহয়। তহঁতক ছোৱালী দিয়া নিদিয়াৰ কথা নিৰ্ভৰ কৰিছে টাছিৰ হাতত। টাছিয়ে যি দেখিছে, যি শুনিছে, সেইকথা যদি সত্য হয়, তেন্তে মইনো কেনেকৈ জোৰ কৰি তহঁতক ছোৱালীজনী গোটাই দিম? টাছিয়ে কাৰণটো এতিয়া আমাৰ আগত খুলি কব। এনে পৰিস্থিতিত লাজ নকৰাকৈ সকলো কথা খুলি কলে ভাল। ক টাছি, তই কি কব খুজিছ সকলো কথা ভাঙি পাতি ক।"

টাছিয়ে ক'লে, "মইনো আৰু কি কম? যিখিনি কথা মই চিঠিত লিখিছিলো তাতকৈ বেলেগ কথা মোৰ কবলগীয়া নাই।"

প্ৰেমটাছিৰ কথাখিনি পেনজেই খোজেৰে চিঞৰি উঠিল; "তাৰ মানে তই ফ্ৰিজমাক আমাৰ পৰা আঁতৰাই নিব খুজিছ?"

প্ৰায় লগে লগে আজোমো চিঞৰি উঠিল, "মোৰ ল'ৰা দৰজি চেৰাঙে এনে কি অপৰাধ কৰিলে যাৰ বাবে বুকুৰ পৰা তই তাৰ পত্নীক আজুৰি কাঢ়ি নিব খুজিছ ?"

ঞিমাই মনে মনে লাওপানী বিলাই গ'ল। তাইক লৈ কৰা এই আলোচনাৰ বাবে তাইৰ মুখখন লাজত ৰঙা পৰি উঠিল। তাইৰ সেই সময়ত অনুভৱ হ'ল তাই যেন এক বিচাৰ সভাত কাঠগড়াৰ ভিতৰত থিয় হৈ আছে। সকতে তাই গাঁৱৰ এজনী মাংকী মানুহৰ বিচাৰ সভা দেখাৰ সৌভাগ্য হৈছিল। বাইজে যেতিয়া তাইৰ কথা লৈ তুমুল বাক-বিতণ্ডাৰ সৃষ্টি কৰি আছিল, তেতিয়া তাই সকলোকে লাওপানী বিলাই আছিল। তাইৰ মুখমণ্ডল সেই সময়ত জুইৰ আঙঠা'ৰ দৰে ৰঙা পৰিছিল, হাতত থকা লাওপানীৰ পাত্ৰ টকটক্ শব্দ কৰি কঁপি আছিল আৰু সেই কঁপনিত পাত্ৰৰ পৰা লাওপানী চিটিকি চিটিকি পৰিছিল, চকু দুটা এনে ভাবে নিৰ্জীৱ হৈ আছিল যেন তাই একো দেখা নাই, তাইৰ ধুনীয়া মুখমণ্ডল মৰা মানুহৰ দৰে ভাবলেশহীন হৈ পৰিছিল যেন একো ছোৱাই নাই। ঞিমাৰ কথাটো মনত পৰিল। তাই নিজকে সেই মানুহজনীৰ লগত বিজায় চালে। লগে লগে তাইৰ মন প্ৰাণ প্ৰচণ্ড এক লাজত জোকাৰ খাই উঠিল। তাইৰ ঘৰখনৰ পৰা ওলাই আন্ধাৰত বিলীন হৈ যোৱাৰ তীব্ৰ ইচ্ছা হ'ল। পাছ মুহূৰ্ত্তে তাই পুনৰ অনুভৱ কৰিলে, তাইৰ হাত-ভৰিবোৰ এখন শিকলিৰে বান্ধি থোৱা হৈছে, এতিয়া তাইৰ ইয়াত বহি মনে মনে কথাবোৰ শুনি থকাৰ বাহিৰে আন উপায় নাই।

টাছিয়ে লাওপানীৰ পাত্ৰত চুমুক দি পাত্ৰটো পুনৰ সন্মুখত থৈ অতি সংযত কণ্ঠেৰে আৰম্ভ কৰিলে: "মোমাইদেউ, আপোনালোক মিছাতে বৰ উত্তেজিত হৈ পৰিছে। চাওক, আপোনালোক মোৰ জন্মদাতা পিতৃ-মাতৃ স্বৰূপ। আপোনালোকৰ সকলোৰে প্ৰতি

মোৰ অগাধ ভক্তি আৰু শ্ৰদ্ধা আছে। আপোনালোকৰ প্ৰতি কোনো বেয়া ভাব মনত পোষণ কৰি এনে এটা কাম কৰিবলৈ ওলোৱা নাই। মই যি কাম কৰিবলৈ ওলাইছো সেই কাম বহুত ভবা চিন্তা কৰাৰ পাছহে কৰিবলৈ ওলাইছো। তদুপৰি দৰজি চেৰাং মোৰ বাবে কেৱল সম্বন্ধীয়া ভায়েই নহয় তেওঁ মোৰ এজন ভাল বন্ধুও। কিন্তু কি কৰিম, অৱস্থাই মোক এনে কাম কৰিবলৈ বাধ্য কৰিছে যাৰ বাবে আপোনালোকৰ ওচৰত মই অপ্ৰিয় হৈ যাম।"

আক্তোমে অধৈৰ্য ভাৱে চিঞৰি সুধিলে; "যদি তই তাক ইমানেই ভাল পাৱ, তেন্তে তই তাৰ ওপৰত ইমান ডাঙৰ আঘাত হানিবলৈ যাৰ খুজিছ কিয়? কি মোৰ ল'ৰা জ্ৰিমা লামুৰ কাৰণে যোগ্য নহয়? নে মোৰ ল'ৰাৰ দেহত বা চৰিত্ৰত কিবা খুঁত আছে?"

প্ৰেমটাছিয়ে দেখিলে এতিয়া আৰু পাতনি মেলি থাকি লাভ নাই। যি কথা সত্য সেই কথা অপ্ৰিয় হলেও কবই লাগিব। লাওপানীৰ পাত্ৰ উঠাই দুই তিনি ঢোক গিলি লৈ সি নিজৰ মনটোক কঠোৰ কৰি লবলৈ যত্ন কৰিলে। মুখ মেলাৰ আগতে সি সকলোৰে মুখে মুখে এবাৰ দৃষ্টি নিক্ষেপ কৰি লৈ প্ৰয়োজনতকৈ মাত্‌টো বেছি দৃঢ় কৰি লৈ ক'লে, "কবলৈ মোৰ দুখেই লাগে, কিন্তু নকৈ উপায় নাই। দৰজি চেৰাং এজন পুৰুষত্বহীন, নপুংসক যুৱক। এনে এজন ল'ৰাৰ হাতত মই জ্ৰিমাক গোটাই দি তাইৰ জীৱন নষ্ট কৰিব নোৱাৰো।"

প্ৰেমটাছিৰ কথা শুনি জুইশালৰ তিনিওকালে বহি থকা চাৰিজন বুঢ়া-বুঢ়ী একেবাৰে চক্‌খাই উঠিল যেন সিহঁতৰ সন্মুখত সশব্দে বজ্ৰপাত এটাহে পৰিল। মদখাই মাতাল অৱস্থাত তুই থাকি পুৱা উঠিলে মুখখন যেনেধৰে শেঁতা হৈ থাকে, তেনে-ধৰে সিহঁতৰ মুখৰ জেওৰোৰ নাইকিয়া হৈ শেঁতা পৰিল। বহুপৰ

কাৰো মুখৰ পৰা কোনো শব্দ নোলাল যেন সিহঁতৰ মুখ কেইখন কোনোবাই সোপাহে দি থলে ।

অৱশেষত মাকে মৌনতা ভঙ্গ কৰি সুধিলে, "তই কেনেকৈ জানিলি ?"

মাকৰ মাত কোনো এক দ গাঁতৰ পৰা ওলাই অহা যেন লাগিল প্রেমটাছিৰ । সি ক'লে, "মই তেওঁৰ সকলো কথা গম পাইছো । প্রথমতে ময়ো কথাটো মিছা বুলি ভাবিছিলো, কিন্তু গাওঁৰ সকলো ডেকা গাভৰু বিলাকে দেখোন সেই একে কথাকে কৈছে ।"

মাকে আকৌ মাত লগালে, "সৰু কালত দেখোন তাৰ কোনো অঙ্গ-প্রত্যঙ্গৰে ক'তো অকণো খুত নাছিল ।"

"নাই নাই, কতো অকণো খুত নাছিল । মোৰ ল'ৰাৰ সকলোবোৰ অঙ্গ-প্রত্যঙ্গই স্বাভাৱিক ভাবে ধুনীয়া, সুন্দৰ । সিহঁতে মিছা কৈছে । এইটো কেতিয়াও হব নোৱাৰে, কেতিয়াও হব নোৱাৰে । তই মিছা কৈছ । তই সিহঁতৰ কথা শুনিছ ।" আজোমৰ দুগালেদি দুধাৰি চকুলো বৈ গ'ল ।

আজোম আৰু লামদৈমাই ইতিমধ্যে কান্দিবলৈ আৰম্ভ কৰি দিলে । ক্রিমাই সকলো দেখি আছিল, সকলো শুনি আছিল । কিন্তু তাই একো বুজা নাছিল । মাথোন বুজি পাইছিল দৰজি চেৰাওৰ সৈতে তাইৰ যি সম্বন্ধ গঢ়ি উঠিছিল, যি ডোলেৰে সিহঁতৰ জীৱন একেলগে সাঙুৰি দিয়া হৈছিল, সেই ডোল পুনৰ চিঙি দিয়া হৈছে । তাই নিথৰ নিস্তব্ধ হৈ এচুকত বহি থাকিল ।

টাছিয়ে পুনৰ কবলৈ আৰম্ভ কৰিলে, "চাওক, মানুহৰ বিবাহৰ তাৎপৰ্য কেৱল শহুৰ-শাহুৰেক, দেওৰেক-ননন্দ আদিৰ সেৱা শুশ্রুষা কৰাই নহয়, মানুহৰ বিবাহৰ বিশেষ তাৎপৰ্য হৈছে এটা সুস্থ যৌন-জীৱন যাপন কৰা । মানুহৰ এই যৌন-জীৱন যেতিয়া অপূৰ্ণ হৈ ৰয় তেতিয়া তাক পূৰণ কৰাৰ অৰ্থে মানুহে এটা বিকল্প পথ বাচি লব লগা হয় । বিবাহিত জীৱনত এই বিকল্প পথ গ্রহণ কৰা মানে আনৰ প্রতি আসক্ত হোৱা । ক্রিমাৰ মনৰ কামনা বাসনা যদি দৰজি চেৰাওে চৰিতাৰ্থ কৰিব নোৱাৰে

তেন্তে তাই হয়তো পাছত এনে পথ বাছি লব পাৰে, যাৰ দ্বাৰা ঘৰত, বংশত কলঙ্কৰ বোজা আহি পৰিব। কি আপোনালোকে বিচাৰে নেকি আপোনালোকৰ ভুলৰ বাবে ক্রিমাৰ জীৱনলৈ, যৌৱনলৈ অভিশাপ নামি আহক। দৰজি চেৰাঙৰ ব্যৰ্থ জীৱনৰ লগত তাইৰ জীৱনো সাঙুৰি গচকি ভাঙি মোহাৰি পেলাওক। তাই যেতিয়া সকলো কথা এদিন বুজি পাব, তেতিয়া তাইৰ জীৱনৰ সকলো দুখ যন্ত্রণাৰ বাবে দোষী কৰিব আপোনা-লোকক। কোনে জানে তাই তেতিয়া কি কৰি পেলায়। কওঁক, আপোনালোকে কওঁক, তাইৰ জীৱনৰ সুখ-শান্তি আপোনালোকে বিচাৰে নে আপোনালোকে তাইৰ জীৱনৰ বিনিময়ত নিজৰ বাবে খন্তেকীয়া সুখ-শান্তি বিচাৰে ?"

পেনজাই টাছিৰ কথাৰ মাজে মাজে হয় "হয়, তই সঁচা কথা কৈছ" বুলি মূৰ দুপিয়াই সন্মতি জনাই গ'ল। টাছিয়ে কথাটো শেষ কৰিলত পেনজে আৰু কেজাও দুয়োজনৰ মুখ একেলগে মেল খালে। কিন্তু পেনজেৰো মাত ওলোৱা দেখি কেজাও মনে মনে থাকিল।

পেনজাই বুজিলে, ভাগিন টাছিয়ে যিখিনি কথা কৈছে সি অতি যুক্তিপূর্ণ। গতিকে তাৰ ওপৰত কথা কবলৈ সি অন্য যুক্তি বিচাৰি নাপালে। সেই বাবেই প্রায় সন্তুষ্ট মনেৰে ক'বলৈ ধৰিলে ; "টাছি, তোৰ কথাবোৰ সঁচা। তই যে সকলো কথা লুক-ধাক নকৰাকৈ খুলি কৈছ তাৰ বাবে মই খুউব সন্তুষ্ট হৈছো। আচলতে আমি বুঢ়া-বুঢ়ীহালে কি ভাবিছিলো জান ? ভাবিছিলো আমি বুঢ়া হলো। কাম কৰি খাব নোৱাৰা হলো। সেই বাবে ঘৰুৱা কাম কৰিবলৈ, হাবিৰ পৰা খৰি, ঘাটৰ পৰা পানী আনিবলৈ, বাৰীৰ মাটি খুচৰি শাক-পাচলি কৰবলৈ, আমাৰ জপৰা চুলিত ওকনি চাই দিবলৈ আমি নির্ভৰ কৰিব পৰা এজনী বোৱাৰী বিচাৰিছিলো। আনৰ ছোৱালীলৈ হাত মেলিলে কেতিয়াবা ঠগ খোৱা যায়। তোৰ মা-দেউতাই জন্ম দিয়া আৰু আমি জন্ম দিয়াৰ মাজত নো কি পার্থক্য ? তইতো মোৰেই ল'ৰা-ছোৱালী। ক্রিমা লামুক মই সৰুকালৰ

পৰাই ভাল পাই আহিছিলো, তাৰ মানে এইটো নহয় যে মই তহঁতক ভাল নাপাওঁ। কিন্তু ঘৰখনত আটাইতকৈ সৰু ঘিজন সিয়েই আটাইতকৈ বেছি মৰম পায়। ক্ৰিমা ঘৰখনৰ আটাইতকৈ সৰু সন্তান। সেইবাবেই নেকি ক্ৰিমাৰ প্ৰতি মোৰ টান অলপ বেচি। গতিকে ক্ৰিমাক লোকৰ ঘৰলৈ যাব নিদি নিজৰ ঘৰতেই ৰখাৰ ব্যৱস্থা কৰিছিলো। ভাবিছিলো বুঢ়া বয়সত অলপ সুখ শান্তি পাম। কিন্তু দৈৱই সেইটো হবলৈ নিদিলে। তই আমাৰ চকু মুকলি কৰি দিলি। মই অতি ভাল পাইছো। দৰজি চেৰাওৰ জীৱনটো গলেই। তাৰ লগত ক্ৰিমা লামুৰ জীৱনো অথলে যাবলৈ আমি দিব নোৱাৰো।"

শেষলৈ পেনজেৰ মাত থোকা-থুকি হৈ গ'ল। সি আৰু কথা কব নোৱাৰিলে। চকুৰ পৰা বাগৰি আহিব খোজা চকুপানীখিনি অতি কষ্টেৰে সম্বৰণ কৰিলৈ বহা ঠাইতে সি আউজি শুই পৰিল।

হুমুনিয়াহ এটা কাঢ়ি ক্লান্ত স্বৰেৰে কেজাঙে কবলৈ আৰম্ভ কৰিলে; "কি কৰিম? কপালত যি লিখা আছিল সেয়ে হ'ল। তহঁতে বেয়া নাপাবি। আমি তহঁতৰ প্ৰতি কোনো বেয়া ভাব পোষণ কৰি লৈ ক্ৰিমাক নিদিয়া নহয়। কিন্তু অৱস্থাই আমাক বাধ্য কৰাইছে। আমাৰ দুই ঘৰৰ সম্বন্ধ আগৰ দৰে অটুট থাকক, তাকে মই বিচাৰো।

পেনজেই উত্তৰত একো নকলে।

কিন্তু আজোম খং আৰু ক্ষোভত চিঞৰি উঠিল, "কোন মুখেৰে আমি আৰু এইখন ঘৰলৈ আহিম? তহঁতেই আমাৰ মাজৰ যোগসূত্ৰ চিঙি পেলালি। কাইলৈ কোন মুখেৰে আমি গাওঁত গৈ সোমাওঁগৈ। গাওঁৰ মানুহে যেতিয়া বোৱাৰীজনীৰ কথা সুধিব আমি কি বুলি সিহঁতক উত্তৰ দিম? যেতিয়া মোৰ ল'ৰা দৰজি চেৰাঙে তাইৰ কথা সুধিব, আমি কি বুলি উত্তৰ দিম? তাৰ আগত মুখেই বা দেখাম কেনেকৈ? তাৰ মুখ চাওঁ কেনেকৈ? তই কেনেকৈ জানিলি মোৰ ল'ৰা নপুংসক বুলি? তাৰ লগত ক্ৰিমাই দেখোন পোন্ধৰ যোল দিন একেলগে কটালে, ক, ক্ৰিমা ক,

সি সঁচাকৈ নপুংসক নেকি ? সঁচাই সি কি অক্ষম ?

ক্ৰিমাই লাজত ৰঙা পৰি তলমূৰ কৰি থাকিল। তাইৰ মুখৰ পৰা হয় বা নহয় একো শব্দই নোলাল।

লাম দৈমাই সুধিলে, "ক, তয়েই কথাটো জানিবি, ক, তাৰ কথা ক, এনে সময়ত লাজ নকৰিবি, সঁচা কথা ক।"

ক্ৰিমা তথাপিও মৌন, নিৰুত্তৰ হৈ থাকিল।

"তাৰ মানে কথাটো সঁচা, দৰজি চেৱাং, মোৰ দৰজি চেৱাং অক্ষম·····আজোমৰ দুগালেদি চকুলো বব ধৰিলে।

"কি অক্ষম, অক্ষম বুলি কৈ আছু ? তয়েই দেখোন তাৰ বিয়াখন পাতিবৰ বাবে খৰখেদা লগাই আছিলি, এতিয়া পাইছু মজাটো।" পেনজেই ঘৈনীয়েকক তীব্ৰ বিৰক্তি আৰু খঙত ভেকাহি মাৰি উঠিল।

"মোৰ গাত দোষ দিছে কিয় ? আপুনিয়েই দেখোন পূজাত ইয়ালৈ এবাৰ ফুৰি অহাৰ প্ৰস্তাবটো দিছিল। ইয়ালৈ নহা হলে এনে কথা কেতিয়াও হবলৈ নাপালেহেঁতেন। এতিয়া মোক দোষ দি কি হব ? দোষ আপোনাৰেই। আজোমে ওলোটাই গিৰিয়েকক দুষিবলৈ আৰম্ভ কৰিলে।

ঘৈনীয়েকৰ কথাৰ উত্তৰ দিবলৈ পেনজে আউজি থকা অৱস্থাৰ পৰা পোন হৈ উঠি আছিল আৰু দাঁত মুখ কৰচি হাত মুষ্টি-বদ্ধ কৰি আজোমৰ ফালে আগবাঢ়ি আহিল। লাম দৈমাই পেন-জেক হাতত ধৰি বহৱাই দি কৈ উঠিল, ছিঃ ছিঃ, পেনজে তহঁতে মিছামিছিকৈ কাজিয়া কৰিছ কেলেই ? তহঁতক কাজিয়া কৰিবলৈ কিহে পাইছে ? লাজ নালাগে নে ? ল'ৰা-ছোৱালীবোৰ ঘৰত বহি আছে, সিহঁতৰ আগত কাজিয়া কৰিবলৈ অন্তত তহঁতৰ লাজ লগা উচিত।"

বায়েকৰ কথা শুনি পেনজেই লাজ পালে যদিও তাৰ খঙ সম্পূৰ্ণ মাৰ নগল। কৰ্কশ মাতেৰে সি ঘৈনীয়েকক আদেশ দিলে, "এতিয়া মিছামিছিকৈ কান্দি নাথাকিবি। শুই থাক। কালি পুৱাই যাব লাগে। ঘৰত কাম বন বহুত পৰি আছে। সেইবোৰ কাম আমি দুটাই নকৰিলে কোনে কৰিব ?"

প্ৰেমটাছি আৰু কেজাও দুয়ো পিতা-পুত্ৰই একেলগে কৈ উঠিল, "কাইলৈ আপোনালোকে কেনেকৈ যাব ? থাকি যাওক কালি দিনটো।"

"নাই, যাবই লাগিব। ঘৰত বহুত কাম পৰি আছে।" পেনজেই উত্তৰ দিলে।

"হয়, যাবই লাগিব। কাম কৰা মানুহ জনীকটো তহঁতেই ৰাখি থলি," আক্ষেপৰ সুৰত আজোমে ক'লে।

'হেৰ, তই এইবোৰ মিছামিছি কি কৈ আছহে ? তোক শুই থাকিবলৈ কৈছো নহয়, শুই থাক" ঘৈনীয়েকক কথা কৈ উঠাৰ পাছত মাতটো হঠাৎ কোমল কৰি পেনজেই প্ৰেমটাছিক ক'লে, "যা, তয়ো শুই থাক গৈ। ৰাতি বহুত হ'ল। বাইদেউহঁতে আপেক্ষা কৰি থাকিব পায়। যা বোপাই, শুই থাকগৈ। তোৰ মোমাইদেউ মূৰ্খ মানুহ একো নাজানে, গতিকে তই বেয়া নাপাবি। বোমডিলালৈ যাওঁতে ছোঁলোত মোৰ ঘৰত সোমাই যাবি।"

প্ৰেমটাছিয়ে অপৰাধীৰ সুৰত ক'লে, "মই আপোনালোকক বেয়া পাম কিয় ? আপোনালোককহে মই দুখ দিলো, তাৰ বাবে মোক ক্ষমা কৰিলে মই শান্তি পাম। আপোনালোকৰ কিবা দুখ কষ্ট হ'লে জনাব, মই আপোনালোকক সেৱা কৰিবলৈ সদায় সাজু হৈ আছো।"

"বাৰু বাৰু।"

প্ৰেমটাছি ঘৰৰ পৰা ওলাই আহিল। দুৰত বোব' থেকং কং ★ চৰাইৰ মাত শুনা গ'ল। সি মনত এটা শূন্যতা অনুভৱ

---

★ বোব' থেকং কং ঃ— বোব' থেকং কং এটি সৰু ধুনীয়া নিশাচৰ চৰাই। তাৰ মাতটোও সুললিত আৰু ধুনীয়া। সেই চৰাইটোৰ এটা ঠেং খোৰা বুলি কোৱা হয়। বোব' থেকং কং চৰাই কিয় নিশাচৰ হ'ল সেই বিষয়ে চেৰদুকপেন সমাজত এটা জনশ্ৰুতি প্ৰচলিত আছে। আগতে বোব' থেকং কং চৰাই হেনো দেখিবলৈ বৰ আপচু আছিল। অন্যহাতে কাউৰীবোৰ আছিল বগলীৰ দৰে বগা আৰু ধুনীয়া। অকল ইমানেই নহয়, কাউৰীবোৰ আছিল ভাল চিত্ৰকৰো। এদিন বোব' থেকং কঙে কাউৰীক ক'লে, "সখি,

কৰিলে। নিজকে তাৰ বোব' থেকং কং চৰাইৰ দৰে বিশ্বাস ঘাতক যেন লাগিল। টৰ্চ মাৰি সি হাতৰ ঘড়ীটোলৈ চালে, দুই বাজি পাৰ হৈ গৈছে। তাক দেখি গাওঁৰ কুকুৰবোৰে ভুকিবলৈ আৰম্ভ কৰিলে। দূৰত এটা পপীয়া তৰা খহি পৰিল। তাৰ পাছত আৰু দুটা পপীয়া তৰা একেলগে নামি আহি মাজ আকাশত অদৃশ্য হৈ গল। ক্রিমাৰ করুণ মুখখন তাৰ চকুৰ আগত জিলিকি উঠিল। তাৰ পাছত এটা এটাকৈ সকলোৰে মুখ তাৰ আগত ভাহিবলৈ আৰম্ভ কৰিলে। হমুনিয়াহ এটা কাঢ়ি সি বায়েকৰ ঘৰৰ ফালে আগুৱাই গ'ল।

মোৰ মাতটো ধুনীয়া যদিও মই দেখিবলৈ তেনেই আপচু বাবে মোক সকলোৱেই লেই লেই চেই চেই কৰে। আপুনি মোৰ দেহত ৰঙৰিৰঙৰ ছবি আঁকি দিয়ক তাৰ সলনিময়ো আপোনাক আঁকি দিম। কথামতে কাউৰীয়ে তাৰ তুলিকাৰে বোব' থেকংকঙৰ গাত ৰং বিৰঙৰ ছবি আঁকি দিলে। বোব' থেকং কং ধুনীয়া হৈ পৰিল। এইবাৰ কাউৰীয়ে ক'লে, এতিয়া মোৰো দেহত ছবি আঁকি দিয়া। বোব' থেকং কঙে ক'লে "মই ৰং গোটাওঁ, তাৰ পাছতহে আঁকি দিম।" কাউৰী নিশ্চিত হৈ নিজৰ বাঁহত শুই থাকিল। বোব' থেকং কঙে সুবিধা বুজি আলাঙ্কু মিহি কৰি সজা নকচু ( চিয়াহী ) কাউৰীৰ গাত ঢালি দিলে। কাউৰীৰ খং উঠিল আৰু বোব' থেকং কঙৰ ঠেং এখন ভাঙি দিলে। তাৰ পাছত বোব' থেকং কং পলাই গল। কাউৰীৰ ভয়তে বোব' থেকং কঙে দিনত ওলাব নোৱাৰি নিশাচৰ হ'ল বুলি কোৱা হয়।

# পাঁচ

প্ৰেমটাহঁত ওলাই যোৱাৰ পাছতো সেই ৰাতি সিহঁতৰ কাৰো শোৱা নহ'ল। পেনজে আৰু আজোমে উভতি যাবৰ কাৰণে হোৱাত বস্ত্ৰ-বস্তু, কাপোৰ-কানি আদি ভৰাই সাজু হোৱাত লাগি পৰিল। কেজাও আৰু লামদৈমাই সিহঁতক আৰু এটা দিন থাকি যাবলৈ বাৰে বাৰে অনুৰোধ কৰিলে। কিন্তু সিহঁতৰ অনুৰোধ ফুটা কলহত পানী ঢলাৰ দৰে হ'ল।

খং, ক্ষোভ, অপমান, বেজাৰ, দুখ আদি সকলোৱে তেতিয়া পেনজে আৰু আজোমক জুমুৰি দি ধৰিছে। দুয়ো তেতিয়া উন্মাদ প্ৰায়। প্ৰেমটাহঁতক একো কৰিব নোৱাৰি তাৰ খং পৰস্পৰে পৰস্পৰৰ ওপৰত জাৰিছে আৰু কাজিয়া কৰিছে।

অৱশেষত কুকুৰাই ডাক দিলে। দুয়ো যাবলৈ ওলাল। পেনজেই ক্ৰিমাক কাষলৈ মাতিলে। তাই মোমায়েকৰ কাষ চাপি আহিল। তাইৰ গালে মুখে হাত ফুৰাই বুঢ়াই কান্দি পেলালে। তাৰ পাছত থোকাথুকি মাতেৰে ক'লে, "আই আমাক বেয়া নাপাবি। তোক বহুত কষ্ট দিলো। তোৰ জীৱন সুখৰ হওক। মই আশীৰ্বাদ কৰিছো, তই কুশলে থাক্। মাথোন আমাক তই পাহৰি নাযাবি"। পেনজেই আৰু একো কব নোৱাৰিলে।

মোমায়েকৰ কথাত তাইৰ দুগালেদি দুধাৰি তপত চকুলো বৈ গ'ল। তাই কান্দি কান্দি অতি কষ্টেৰে মাত উলিয়াই ক'লে, "মোৰ কোনো দোষ নাই মামা; মোক অভিশাপ নিদিব আপোনালোকে মোক অভিশাপ নিদিব। শেষলৈ তাই মাত উলিয়াই হুক হুক কৈ কান্দি পেলালে।

এক করুণ পৰিবেশে ঘৰখন গ্ৰাস কৰি পেলালে। গাঁওৰ কুকুৰাবোৰে ঘনাই ঘনাই ডাক দিবলৈ ধৰিলে। পেনজেই খোজ দিয়াৰ আগতে কেজাও আৰু লাম দৈমালৈ চাই পঠিয়ালে। সেঁখিলে

দুয়োৰে চকু পানীৰে ভৰি পৰিছে। সিহঁতে বুজি উঠিছে, পেনজে আৰু আজোমৰ লগত এইয়া সিহঁতৰ শেষ দেখা। দুয়ো ঘৰৰ মাজত ইমানদিনে চলি অহা যোগসূত্ৰ আজি চিঙি পৰিল।

"যাও বাইদেউ, যাও ভিনদেউ, আপোনালোকক আহি বৰ কষ্ট দিলো। এতিয়াৰ পৰা আৰু এনেদৰে কষ্ট দিবলৈ নাহো"।

পেনজেৰ কথাখিনি লামদেমাৰ বৰ নিষ্ঠুৰ যেন লাগিল। তাই কিবা কব খুজিছিল, কিন্তু ডিঙিত মাতটো লাগি থাকিল। অসহায় ভাবে তাই গিৰিয়েকৰ ফাললৈ চালে। তাই ভাবিছিল, গিৰিয়েকে হয়তো কিবা এষাৰ উত্তৰ দিব। কিন্তু সিয়ো মনে মনে থাকিল। যেন কবলগা কথাখিনি ইতিমধ্যে সকলো কোৱা হৈ গৈছে।

গ্লাবলৈ উঠি আজোমে ক্ৰিমাৰ গালে মুখে হাত ফুৰাবলৈ আৰম্ভ কৰিলে। তাই ক্ৰিমাৰ দুগালেদি বাগৰি অহা চকুপানী নিজৰ হাতেৰে মচি দিলে। তাৰ পাচত তাইৰ গালত চুমা এটা খাই পিঠিত হোৱাটো লৈ চকুপানী টুকি টুকি ওলাই গ'ল। ঘৈণীয়েকৰ পাছে পাছে পেনজেও ওলাই গ'ল।

ক্ৰিমা, কেজাং, লামদেমা সকলো পেনজেৰ পাছে পাছে বাৰান্দালৈ ওলাই আহিল। কিন্তু কাৰো মুখৰ পৰা বিদায়ৰ কথা এষাৰো ওলাই নাহিল। পুৱাৰ ঘন কুঁৱলীৰ মাজত পেনজে আৰু আজোম হেৰাই গ'ল।

ঘৰৰ ভিতৰলৈ উভতি আহি কেজাঙে দেখিলে, পেনজেই প্ৰেমটাছিয়ে আনি দিয়া টুপীটো এৰি থৈ গৈছে। কেজাঙে এবাৰ টুপীটো লৈ পাছে পাছে খেদি গৈ দি অহাৰ কথা ভাবিলে, কিন্তু লগে লগে তাৰ মনলৈ আহিল পেনজেই ইচ্ছাকৃত ভাবে টুপীটো এৰি থৈ গৈছে। লামদেমায়ো সেই কথাকে কলে। টুপী এনেদৰে এৰি যোৱাত সিহঁতৰ মন বেছি বিষাদেৰে ভৰি পৰিল।

* * * *

সেই ৰাতি উভতি গৈ বিচনাত দীঘল দিয়ো প্ৰেমটাছিৰ টোপনি নাহিল। নানা ধৰণৰ ভাব চিন্তাই তাৰ দেহমন আগুৰি ধৰিলে। কামটো কৰা উচিতেই হ'লনে অনুচিতেই হ'ল তাৰ একো মীমাংসা

সি কৰিব নোৱাৰিলে। টোপনি আহক বুলি সি চকু দুটা মুদি দিলে। লগে লগে তাৰ চকুৰ আগত মৃত্তাকাৰে ক্ৰিমা মামু, দৰজি চেৱাং, পেনজে, আজোম, লামনৈমা আৰু কেত্ৰাওৰ মুখ ভাহিবলৈ আৰম্ভ কৰিলে। 'হয়তো মোৰ এই কাম ঠিক নহ'ল, কিজানিবা দৰজি চেৱাং নপুংসক নহয়েই! যদিহে সি সঁচাকৈ নপুংসক নহয় তেন্তে পৃথিৱীৰ কোনো ব্যক্তিয়েই মোৰ এই কামত সন্তুষ্ট নহব, সকলোৱে মোক গৰিহণা দিব। মা, দেউতা, মোমাইদেউ, ক্ৰিমা, দৰজি চেৱাং আদি কোনেও মোক ক্ষমা নকৰিব। মোৰ মুখ সিহঁতৰ আগত দেখুৱাৰ বাট নোহোৱা হব। নাই, সি নপুংসক হবই লাগিব। আনৰ সমাজত এই কথা লুকাই থাকিব পাৰে, কিন্তু ডেকা-গাভৰুৰ মাজত অবাধ যৌন স্বাধীনতা থকা আমাৰ সমাজত এনে কথা লুকাই থকাটো অসম্ভৱ। তাৰ একেবাৰে নলেগলে লগা বন্ধু বান্ধৱী সকলেওটো স্পষ্টভাৱে মোৰ আগত কৈছিল সি অক্ষম বুলি। তেন্তে মই একো বেয়া কাম কৰা নাই। ক্ৰিমাহঁতৰ সন্মুখত এই কামৰ বাবে মই অকণো জগৰীয়া নহওঁ। বেচাৰা দৰজি চেৱাং তাৰ গাত যৌৱন আছে, দেহশ্ৰী আছে। ৰূপে-গুণে সি গাওঁৰ এজন দেখনিয়াৰ ল'ৰা, সি অকল মোৰ সম্পৰ্কীয়ই নহয়, মোৰ এজন ভাল বন্ধুও। কিন্তু ভগৱানে তাক জীৱনৰ সকলো সুখ-আনন্দৰ পৰা বঞ্চিত কৰিলে। তাৰ এই শাৰীৰিক অক্ষমতাৰ গোপনীয়তা সকলোৰে আগত প্ৰচাৰ হৈ যোৱাৰ কথা যেতিয়া সি গম পাব তেতিয়া তাৰ মনত কম আঘাত লাগিবনে? তাৰ আগত মই এতিয়া কেনেকৈ মুখ দেখুৱাওঁ? ভগৱানে এই কাম মোৰ দ্বাৰা কৰিবলৈ কিয় বাধ্য কৰালে? মই আমাৰ বিবাহ পদ্ধতি সজাগি কৰিব খুজিছো, যাতে ভবিষ্যতৰ বংশধৰ সকলে এনে ভুল কৰি কাৰো জীৱন নষ্ট নকৰে। কিন্তু পিতৃ-মাতৃসম মোমাইদেউ মামীদেউ-হঁতৰ অন্তৰত এনে দুখ কষ্ট দিয়াৰ মোৰ অকণো ইচ্ছা নাছিল। আপোনালোকে তাৰ বাবে মোক যেন ভুল নুবুজে, মোক যেন অভিশাপ নিদিয়ে। ইয়াৰ বাবে মই ক্ষমা বিচাৰিছো, মোক ক্ষমা কৰা মোমাইদেউ। মোক ক্ষমা কৰা দৰজি চেৱাং, মোৰ ওপৰত তুমি প্ৰতিশোধ নলবা। মই জানো দৰজি চেৱাং, এটা

অপবাদ তুমি মূৰ পাতি লব নোৱাৰিবা, তুমি কিয়, পৃথিবীৰ কোনেও এনে অপমান সহ্য কৰি থাকিব নোৱাৰে. গতিকে তুমি মোৰ ওপৰত প্ৰতিশোধ লবলৈ বিচাৰিবাই, কিন্তু মোৰ দোষ নাই. মই মাথো এজনী নিষ্পাপ ছোৱালীক জীৱনৰ পঙ্কিলতাৰ মাজৰ পৰা উদ্ধাৰ কৰিলো। গতিকে মোৰ এই দোষ (?) ৰ বাবে সকলোৱে মোক ক্ষমা কৰা।'

কথাবোৰ ভাবি তাৰ চকুত টোপনি নাহিল। চাওঁতে চাওঁতে ঘৰৰ ভিতৰত থূপ খাই থকা আন্ধাৰবোৰ পাতলি যাবলৈ ধৰিলে, লগে লগে অৰুণিমাৰ কিৰণৰ সখী পোহৰ আহি ঘৰখন উজ্জলাই তুলিলে। এজন দুজনকৈ মানুহবোৰ বিচনা এৰি উঠি আহিল। পৃথিবীখন পুনৰ মুখৰ হৈ উঠিল।

প্ৰেমটাছিয়ে তেতিয়াহে অনুভব কৰিলে তাৰ চকুৰ পতা দুখন ক্ৰমান্বয়ে গধুৰ হৈ আহিছে। গতিকে সি বিচনাতে পৰি থাকিল। বায়েক-ভিনিহিয়েকে তাৰ বিচনাৰ কাষত আহি সুধিলে ; 'কি হ'ল কথাটো ?'

'কথা হৈ গ'ল। তাইক ৰাখিলো। মোৰ টোপনি ধৰিছে। পাছত সকলো কম।' সি উত্তৰ দিলে।

প্ৰেমটাছিক শুবলৈ দি বায়েক ভিনিহিয়েক তাৰ ওচৰৰ পৰা আঁতৰি গ'ল। সি পুৰা নটা বজালৈকে শুই থাকিল। শোৱাৰ পৰা উঠিয়েই সি গম পালে মোমায়েক আৰু মামীয়েক ৰাতি নৌপুৱাওঁতেই গুচি গৈছে। খবৰটো শুনি সি মনত বৰ দুখ পালে। নিজকে তাৰ বৰ অপৰাধী. অপৰাধী যেন লাগিল।

হাত মুখ ধুই সি লাওপানী অলপ খাই ঘৰলৈ গ'ল। ঘৰত মাক অকলে আছিল। তাক বহিবলৈ দি মাকে লাওপানী দিলে। লাওপানী খোৱাৰ ইচ্ছা তাৰ নাছিল, গতিকে ক'লে "মই লাওপানী খায়েই আহিছো।"

"অলপ খা", মাকে ক'লে।

"নাই নাখাওঁ। ৰাতি পুৱাই গুদা পেটত লাওপানী খালে মূৰ ঘূৰণি হয়।"

"ভাত খোৱা নাই ?"

"নাই খোৱা ।"

"আমি ভাত খালোৱেই। দুমুঠিমান ৰান্ধি দিম। কিন্তু সুদা পেটে আছ।"

"নাই, ৰান্ধিব নালাগে। বাইদেৱে ৰান্ধি আছে।"

"ইয়াতেই ৰান্ধি দিম।"

"বাইদেউৰ ভাত পেলনি যাব।"

"ল'ৰা-ছোৱালী কেইটাই খাব নহয়। সিহঁতে দিনটোত তিনি চাৰিবাৰকৈ ভাত খায়।"

"মই তাতেই খাম। কষ্ট কৰিব নালাগে।"

"বাৰু।"

"দেউতা ক'লৈ গ'ল মা ?"

"জানো ক'ত মৰিবলৈ গৈছে। কিবা কথা আছে নেকি ?"

"মানে মা, ক্রিমাক মই লগত লৈ যাব খুজিছো। তাই মোৰ লগত থাকি পঢ়িব।"

"জানো বোপাই, তই যি ভাল দেখ তাকে কৰ, আমি একোৱেই কৰ নোৱাৰা হৈ গৈছো।" মাকে আক্ষেপৰ সুৰত ক'লে।

মাকৰ কথা শুনি প্রেমটাছি মনে মনে অলপ ক্ষুণ্ণ হ'ল। তথাপিও তাক বাহিৰত প্রকাশ হবলৈ নিদি শান্ত স্বৰেৰে ক'লে, "গাওঁত থাকি তাইনো কি কৰিব মা ? মই তাইক লগত লৈ যাওঁ। ইয়াত থাকিলে গাওঁৰ মানুহবোৰে নানা ধৰণৰ কথা উলিয়াব।"

"গাওঁৰ মানুহেটো কবই। কিবা এটা চেলু পাবহে লাগে, বৌটোকে চৌটো কৰি দিব। ইয়াত থাকিলে সঁচাকৈ তাই এইবোৰ সহ্য কৰিব নোৱাৰিব। ৰ, মই দেউতাৰক বিচাৰি আনো।" কৈ মাক বাহিৰলৈ ওলাই গ'ল।

তাই গাওঁৰ দুই এঘৰত গিৰিয়েকৰ খবৰ ললে। শেষত এজন মানুহৰ পৰা খবৰ পাই গিৰিয়েক বহি থকা ঘৰত ওলালেহি। কেজাওে লগৰ কেইজনমান মানুহৰ সৈতে ভুঁহাৰৰ তিনিওকালে বহি এই বছৰ ঝুম খেতি ক'ত কাটিলে ভাল হ'ব, কোন কোন হাবিত বনৰীয়া গাহৰি, ভালুক, বাম ছাগলী আদি ওলাইছে, সেইবোৰ চিকাৰ কৰিবলৈ কেতিয়াকৈ যোৱা হ'ব, ইত্যাদি নানা ধৰণৰ কথা

আলোচনা কৰি আছিল।

তেনেতে লামদৈমাই দুৱাৰ মুখৰ পৰা ভিতৰলৈ জুমি চাই মাত দিলে, "হেৰি আপুনি দেখোন ইয়াত বহি আছে, বৰ বোপা সিফালে ঘৰত আহি অকলে বহি আছে। এনেকৈ গপ মাৰি থাকিলে হবনে ?" কৈয়েই তাই উত্তৰ অহা নহালৈ অপেক্ষা নকৰাকৈ উভতি আহিল।

ঘৈণীয়েকৰ পাছে পাছে কেজাওে ওলাই আহিল। আহোঁতে দুৱাৰ মুখৰ পৰা উভতি নোচোৱাকৈ ঘৰৰ গিৰিহঁতৰ উদ্দেশ্যে কৈ গ'ল, "আহিলো বাৰু। লাওপানী খালো।"

ঘৰৰ মূল মানুহ গৰাকীয়ে উত্তৰ দিলে, "এঁ......নাম মাত্ৰ লাওপানীহে, বেয়া নাপাব।"

"এঁহ, ইয়াতকৈ বঢ়িয়া কি লাগিছে আৰু ?"

পেনজে আহি নিজ ঘৰত সোমাল। প্ৰেমটাহিক দেখি ক'লে, "তই আহি বহি আছ ? মই আকৌ লোকৰ ঘৰত বহি মেল মাৰি আছিলো। বহুত পৰ বহি আছ হবলা ?"

"নাই, বেচি পৰ হোৱা নাই, অলপ পৰ আগতেহে আহিছো।"

"হেৰৌ, তাক লাওপানী দিয়া নাই কেলেই ? গিৰিয়েকৰ প্ৰশ্নত লামদৈমাই উত্তৰ দিলে, "সি নাখাওঁ বুলি কলে দেখোন।"

মাকৰ কথা শেষ হবলৈ নিদি প্ৰেমটাহিয়ে ক'লে "নাই দেউতা, ৰাতিপুৱাই বেছি লাওপানী খালে মূৰৰ বিষ হয়।"

"এঁহ, ডেকা কালতেই যদি নাখাব, বুঢ়া হলে খাবি কেনেকৈ ? বুজিছ, তহঁতৰ দৰে ডেকা বয়সত আমি খুউব খাইছিলো। সেই বাবে আজিও আমাৰ দেহা তজবজীয়া হৈ আছে। এতিয়াও অকলশৰে ডাঙৰ গছ কাটি জুম খেতিৰ বাবে হাবি মোকলাব পাৰো," কেজাওে পুত্ৰ-পত্নীৰ আগত নিজৰ গুণ গাবলৈ পাই উৎফুল্লিত হৈ উঠিল।

"হৈছে হৈছে, নিজৰ ঢোল নিজে কোবাই থাকিব নালাগে। ঠাট্টাৰ সুৰত লামদৈমাই ক'লে। ঘৈণীয়েকৰ কথাত কেজাওে লাজ পালে। সি মুখখন সেমেনা-সেমেনি কৰি থাকিল। দেউতাকৰ অৱস্থা দেখি প্ৰেমটাহিৰ হাঁহি উঠিল, কিন্তু দেউতাকে আকৌ লাজ পাব বুলি ভাবি মনে মনে থাকিল।

এইবাৰ কেজাওে তাৰ লাওপানী খোৱা পাল্লটো এবাৰ জোকাৰি চাই মেৰ্ণীয়েকক ক'লে, "হেৰৌ, এইটো দেখোন খালি হৈ আছে। অলপ লাওপানী চেপি দে। টাছি, তয়ো অলপ খাবি। কালি পৰহিলৈ তই আকৌ গুচি যাবিয়েই। টাউনত থাকিলে পুৰা-গধূলি এইবোৰ বস্তু এনেদৰে আদৰ কৰি খুৱাবলৈ কাক বিচাৰি পাবি।"

টাছিৰ দেউতাকৰ প্ৰতি হঠাৎ মৰম লাগি গ'ল। বুঢ়া মানুহ আজিকালি ভাত গিলিব নোৱাৰা হৈছে। পুৱা-গধূলি কেৱল লাওপানী টোপা খায়েই জীয়াই আছে। ভাত মুখত নিদিয়াকৈ এই বুঢ়া মানুহবোৰে তিনি-চাৰিদিন থাকিব পাৰে, কিন্তু লাওপানী নহলে এটা প্ৰহৰো কটাব নোৱাৰে। সি যদি নাথাওঁ বুলি কয় তেন্তে মাকে দেউতাৰ বাবে কষ্ট কৰি লাওপানী চেপি দিয়াৰ আশা নাই। গতিকে সি ক'লে "মা, অলপ খাওঁ দে।"

লামদৈমা এইবাৰ আনুগত্য হৈ উঠি গ'ল আৰু তুহালত পানী বহায় দিলে। তাকে দেখি কেজাওৰ মুখ উজ্জ্বলি উঠিল।

"দেউতা, মই ক্ৰিমাক লৈ যাম বুলি ভাবিছো, তাই মোৰ লগত থাকি পঢ়িব। ঘৰত কামবন কৰিবলৈ পেমাও আছে। তদুপৰি বাইদেউ আৰু ভিনদেৱে পুৱা-গধূলি আহি সহায় কৰি থাকেই," সম্মতি বিচাৰি সি দেউতাকক ক'লে।

"এঁহ, লৈ যা, লৈ যা। তাই দেখোন দহটা কিলাছ লৈকে পঢ়িলেই। আৰু কেইমাহমান পঢ়িলেই বোলে বোমদিলা স্কুলত পঢ়া শেষ হব। ইমান বছৰ পঢ়াৰ পাছত এনেই এৰি দিব লাগেনে? আমাৰ কাৰণে তই চিন্তা কৰিব নালাগে। কিবা দুখ কষ্ট হলে তোক খবৰ দিমেই নহয়।" কেজাওে অতি সহজে সম্মতি প্ৰদান কৰিলে।

মাকে এইবাৰ মাত লগালে, "সক ল'ৰাটোলৈ যে চিঠি এখন লিখো বুলি কৈছিল, কৈ দে তাক।"

"এঁহ, কিনো লিখিম আৰু? লিখিদে আমি ভালে আছো বুলি হবদে, এইখিনি লিখিলেই যথেষ্ট।"

মাকে ক'লে, "এইবোৰ কথা তাক জনাবি। সিয়ো ঘৰৰ কথা জনা উচিত।"

"নালাগে, নালাগে। লিখিব নালাগে। সি পঢ়ি থকা হ'বা, এইবোৰ কথা শুনিলে তাৰ পঢ়াত ব্যাঘাত জন্মিব।" কেজাওে আপত্তি কৰি উঠিল।

"তালৈ টকা পঠালি নে নাই?" মাকে সুধিলে।

"পঠাইছো।" টাছিৰ উত্তৰ।

"আমাক টকা নিদিলেও চলিব। কিন্তু তালৈ টকা অলপ বেচিকৈ পঠাবি। দূৰত, কোনো আপোন মানুহ নোহোৱা ঠাইত আছে, ভোক পিয়াহ লাগি থাকিব, টকা নোহোৱাকৈ তাক কোনে খাবলৈ দিব।" মাকে চিন্তিত ভাৱে ক'লে।

"বেচিকৈ টকা দিলে সি বিপথে যাব মা, তাক যিখিনি দৰকাৰ সেইখিনি দেখোন মই পঠায়েই আছো।"

"ওঁ, ঠিকেই কথা। বেচি টকা দিলে সি পঢ়িবলৈ এৰি মদপী হ'ব, জুৱাৰী হ'ব। তালৈ তই বৰ বেচি টকা নপঠাবি," দেউতাকে প্ৰেমটাছিক সমৰ্থন কৰি ক'লে।

"তথাপিতো সি দূৰ ঠাইত অকলে আছে, মোৰ তালৈ অহৰহ মনত পৰি থাকে। কিবা এটা ভাল বস্তু খালেও তালৈহে মনত পৰি থাকে।" মাকৰ চকু এইবাৰ চলচলীয়া হৈ পৰিল।

"এঁহ তাতে কান্দিব লাগেনে? তহঁত মাইকী মানুহবোৰ চব কান্দুৰী, অলপ কথাতে চকু পানী ওলাই আহে, চা ক্ৰিমা, তোৰ মাৰে কেনেদৰে কান্দিছে চা, তই দূৰত থাকিলেও তোৰ কথা কৈ কৈ তাই কান্দি থাকে। পেমা আৰু মই সদায় তামছা চাওঁ, নহয় পেমা?" পেমা আৰু ক্ৰিমা, দুই ভাই-ভনীয়েক সোমাই অহা দেখি কেজাওে কথাৰ মাজতে সিহঁতকো টানি আনিলে।

"দেউতাকৰ কথা বুজিব নোৱাৰি দুয়ো ভাই-ভনীয়েকে ডাঙৰ ডাঙৰ চকু মেলি পৰিস্থিতিটো বুজিবলৈ চেষ্টা কৰিলে। তেনেতে মাকে পুনৰ কথা ক'লে, কান্দিমতো। "নাকান্দিম কিয়? কাৰ পেটৰ সন্তান বুলি ভাবিছ? মাকৰ মন কেনেকুৱা পুৰুষ হৈ তহঁতে কি বুজিবি?"

"এৰা, আমি কি বুজিম? আমিতো বাপেক নহওঁ। সন্তান সকলৰ প্ৰতি আমাৰ মৰম নাই নহয়।" কেজাওে ক'লে।

ক্ৰিমাই তাইৰ কথাই আলোচনা কৰি ঘৰত এনেদৰে কন্দা-কটা কৰিছে বুলি ভাবিছিল। তাইৰ মনৰ ভাব বুজিব পাৰি পেমাই ক'লে, "তোৰ কথা নৈ কন্দা-কটা কৰা নাই অ ক্ৰিমা, মা আৰু দেউতাই মাজে মাজে দাদা দুজন আৰু ভই দূৰত থকা বাবে তহঁতৰ কথা কৈ কন্দা-কটা কৰি থাকেই।"

"কি হ'ল, ফুচফুচাই কি কথা পাতি আছ?" কেজাওে সুধিলে।

দেউতাকৰ প্ৰশ্ন শুনি দুয়ো ভাই-ভনী প্ৰথমতে থত্মত্ খালে। তাৰ পাছত মুখত হাঁহি আনি পেমাই ক'লে, "একো কথা পতা নাই। ককাইদেউ, তোমাৰ ধুবলগীয়া কাপোৰ আছে নেকি? মই ধুই দিওঁ।"

"নাই, যিখিনি আছিল বাইদেৱে ধুবলৈ নিলে।" সি উত্তৰ দিলে।

"তুমি ভাত খালা নে নাই?" তাই আকৌ সুধিলে।

"ভোক লগা নাই, অলপ পাছত খাম।"

"মা, ককাইদেউক ভাত নিদিলে কিয়?"

"বাইদেউৰ তাতে খাব হেনো।" মাকে উত্তৰ দিলে।

"এইবাৰ ককাইদেউ আহি ঘৰত ভাত নাখালেই, একেবাৰে অপৰিচিত আলহিৰ দৰে বাহিৰে বাহিৰে থাকিল। অৱশ্যে তিন-দেৱে আজি পুৰা মাছ মাৰি আনিছে, তাতেই খাওক। আমাৰ ইয়াত আজি পুৰা শুদা শাকৰ বাহিৰে একো নাই।"

"তহঁতৰ দেউতাৰ পাকৈত চিকাৰী নহয়। সেইকাৰণে তহঁত কেতিয়াবা ঘৰত আছিলেও শাকৰ আঞ্জাৰে ভাত খাব লগাত পৰে।" মাকে ব্যঙ্গৰ সুৰেৰে ক'লে।

"ঘৰত কুকুৰা আছে নহয়। তাকে মাৰি খা। লগুৰি মই মাৰি বাক্সি দিম। ক্ৰিমা, তয়ো, কুকুৰা মাংস খায় নহয়? ককাইদেউ আৰু তই দুটা বাক্সি খাবি বুজিছ?" কেজাওে ক'লে।

দেউতাকৰ কথা শুনি আটায়ে হাঁহি দিলে। উপায় নাপাই কেজাওে মাত লগালে, "হাঁহিছ কেলেই? মই কিবা হাঁহি উঠা কথা কলো নেকি?"

"দেউতাই বন্দুক এটা কিনাৰ কথা' কৈ আছে। বন্দুকটো কিনি আনিলে হাবিৰ পশুৰেই মাৰে নে ঘৰৰ কুকুৰা ছাগলীয়েই মাৰে ঠিক নাই।" পেমাই হাঁহি হাঁহি ক'লে।

"তহঁতৰ দেউতাৰই বন্দুকটো আনিলেই হাবিৰ পহুবোৰে খেমালী কৰি আগেদি দৌৰি ফুৰিবলৈ চিকাৰী এটা পাব।" লামদৈমাই জীয়েকৰ কথাত যোগ দিলে।

"আনি দেচোন বন্দুক। টাছি সঁচাকৈ মোক বন্দুক এটা কিনি দে, মই যদি পহু মাৰি তহঁতক খুৱাব নোৱাৰো তেন্তে মোৰ নাম কেজাং নাৰাখিবি।" কেজাঙে ক'লে।

"থৈদে, থৈদে, হৈছে আৰু। এই বুঢ়া বয়সত মাংস খুৱাই আমাৰ দাঁত সৰাব নালাগে।" মাকৰ কথা শুনি ঘৰখনত পুনৰ হাঁহিৰ বোল উঠিল।

"পেমা, অ' পেমা, ঘৰত আছনে?" তেনেতে বাহিৰত লাঙা দৈমাৰ মাত শুনা গল।

"আছো, কোন?" পেমাই সুধিলে।

"মই। কি হ'ল ইমান যে হাঁহি আছ?" দুৱাৰ মুখৰ পৰা তাই সুধিলে।

"অ' লাঙা দেখোন, আহা ভিতৰলৈ।" লাম দৈমাই মাতিলে। তাই ভিতৰত আহিব খুজিও প্ৰেমটাছিক দেখি দুৱাৰ মুখতে বৈ গ'ল। তাকে দেখি কেজাঙে ক'লে, "লাজ কৰিছ কিয়? আহ ভিতৰলৈ।"

"নাই, নোসোমাওঁ। পেমাক মাছ মাৰিবলৈ যাবৰ কাৰণে লগ ধৰিবলৈ আহিছো। যাবা নহয় পেমা?"

"ক'ত মাৰিবলৈ যাবি?"

'খো চান্‌মাত পানী ভেটিবলৈ যাবলৈ ওলাইছে। তাতি, খান্দু আদি দুজনমান মতা মানুহ ওলাইছে।' মই তাতিক আমি দুটাও যাম বুলি কলো। আৰু ছোৱালী কেইজনীমান ওলাব হব পায়।"

"ৰাম, ৰাম। ককাইদেউ, আজি ৰাতি কিন্তু তুমি ৰাইদেউৰ ঘৰত থাকিব নোৱাৰা। নহলে মই ঘৰ বেয়া পাম। ভাত জন্ম ৰান্ধিব নেকি লাঙা?"

"নোৱা। আমি গধূলিহে উভতি আহিম নহয়।"

পেমাই হোৱা এখনত চাদৰ এখন আৰু বাংচুং এখনত ভাত ভৰাই যাবলৈ ওলাল।

"চেপা লৈ যোৱা।" কেজাঙে উঠি গৈ দুটা চেপা আনি দিলে।

"মতা মানুহে লৈছে হব পায়।" ল ভাই ক'লে।

"যিমানে বেচি নিয়ে সিমানে ভাল। লৈ যোৱা।" কেজাঙে ক'লে।

"ৰাতি বেচি দেৰি কৰি নাথাকিবি।" মাকে ক'লে।

"বাৰু।" পেমা আৰু লাঙা ওলাই গ'ল।

"এইজনী ছোৱালীৰ কাৰণেই আমাৰ দুখ থাকি গ'ল। তইঁতে সকলোৱে পঢ়াশুনা কৰিলি, তই আৰু ৰিণচিন ৰাজমৰ হে পঢ়াশুনা শিকা নহল। তথাপিও ৰিণচিন ৰাজমৰ জীৱনৰ গতি এটা লাগিল। কাম কৰিবলৈ কোনো নাই বুলি ভাবি পেমাক পঢ়িবলৈ নিদিলো, আজিকালি পঢ়াশুনা নহলে ছোৱালীৰো মূল্য নোহোৱা হৈ গৈছে।" দেউতাকে দুখেৰে ক'লে।

"কাম কাজত তাই খুউব ভাল। বোৱা-কটাত তাইক চেৰ পেলাব পৰা এই গাঁওত কিয়, এই অঞ্চলতেই দ্বিতীয় এজনী নাই। তোৰ পঢ়াশুনাৰ খৰচ তায়েই এইবোৰ কৰি-মেলি যোগাৰ কৰিছিল। তই যদি তাইক মৰম নকৰ তোক পাপে চুব।" মাকে ক'লে।

"এৰা তাইক তইঁতে কোনেও অবিচাৰ নকৰিবি। তইঁত চাৰিটাৰ কাৰণে আমাৰ বেচি চিন্তা নাই, মাথোন তাইৰ কাৰণেহে আমাৰ চিন্তা বেচি। ভাল ল'ৰা এটাৰ লগত তাইক পটাই দি যাব পাৰিলে আমি দুটাই শান্তিৰে চকু মুদিব পাৰিম। কিন্তু ছোৱালীৰ বিয়াত মাক-দেউতাকৰ হাত নাই। বুলি কথা এষাৰ আছে। তাইক বা কোনে টানি নিয়ে ঠিক নাই;" কেজাঙে ক'লে।

"সেইকাৰণেই মই কৈছো, এই টানি আনি বিবাহ কৰা প্ৰথাটো বন্ধ কৰিব লাগে।"

"এৰা অ' তই ঠিকেই কৈছ। তইঁতৰ বিয়াৰ ক্ষেত্ৰত আমি কন্যাক এনেদৰে টানি নানো। সুধি মেলি মত লৈ ভালদৰে

আদৰি আনিম।" কেজাঙে ক'লে।

দেউতাৰ কথা শুনি টাছিয়ে তাপ মাৰিলে। পিছ মুহূর্ত্তে সি পেমাৰ কথা ভাবিবলৈ আৰম্ভ কৰিলে। তাৰো এইজনী ভনীয়েকৰ প্ৰতি মৰম আছে আটাইতকৈ বেছি। তদুপৰি তাইৰ প্ৰতি সি কৃতজ্ঞতাৰ বান্ধত বন্দী, কাৰণ তায়েই তাৰ কলেজৰ খৰচ-পাতি যোগাৰ কৰিছিল। অথচ এতিয়ালৈকে এইজনী ভনীক সি ভাল কাপোৰ এযোৰকে কিনি দিব পৰা নাই। মনত ভাবি থাকিলেও বাহিৰত সি সদায় ক্ৰিমাকে বেছি মৰম দেখুৱাই আহিছে, পেমাক সহানুভূতি দেখুৱাৰ বাহিৰে মৰম সি কৰিব পৰা নাই। হয়তো ই তাৰ মনৰেই নীচতাৰ পৰিচয়, কাৰণ তাৰ মনে সদায় শিক্ষা থকা মানুহক বেছি মূল্য দি আহিছে। অৰ্থাৎ শিক্ষা আছে বুলিয়েই ক্ৰিমা তাৰ মানত পেমাতকৈ বেছি উচ্চ। গতিকে ক্ৰিমা হে তাৰ মৰম পাবৰ যোগ্য হ'ল। অথচ চাবলৈ গলে পেমা ক্ৰিমাতকৈ বেছি উচ্চ, গুণৱতী আৰু আত্ম-নিৰ্ভৰশীল। পেমাকো সি মৰম দিবই লাগিব, তাইক ককায়েক হিচাবে যি মৰম দিব লাগে, সেই মৰম সি তাইক দিবই লাগিব। সেইয়া তাইৰ প্ৰাপ্য।

কথাটো ভবাৰ লগে লগে টাছিৰ মন এক বুজাব নোৱাৰা অনুতাপত দগ্ধ হৈ পৰিল। তাৰ ইচ্ছা গ'ল, এতিয়াই দৌৰি গৈ সি ভনীয়েকক সাবটি ধৰিব, ধুনীয়া ধুনীয়া কাপোৰেৰে তাইক সজাই তুলিব, সোণ-ৰূপৰ অলঙ্কাৰেৰে তাইৰ দেহা আবৃত কৰি তুলি তাইক সপোন কোঁৱৰৰ দৰে কোঁৱৰ এজনলৈ বিয়া দিব।

"ক্ৰিমা, তই কাইলৈ ককাইদেউৰ লগত যাবলৈ সাজু হবি;" কেজাঙৰ মাতত টাছিৰ তন্ময়তা ভাঙি গ'ল।

"ক'ত?" ক্ৰিমাই সুধিলে।

"বোমদিলালৈ, তই আকৌ পঢ়িব লাগিব।" টাছিয়ে উত্তৰ দিলে।

"ছোঁলো গাঁও পাৰ কৰি কেনেকৈ যাম?" তাই ভয়ে ভয়ে সুধিলে।

"লাজ কৰিব নালাগে, লগত ককাইদেউ থাকিব নহয়।" মাকে ক'লে।

"তই যাবিনে নাযাও ?" টাছিয়ে সুধিলে।

"পুনৰ পঢ়িবলৈ যোৱাৰ কথা শুনি মনটো তাইৰ আনন্দত নাচি উঠিল। কিন্তু পাছ মুহূৰ্ত্ততে স্কুলত গৈ তাই কেনেকৈ মুখ দেখুৱাব তাকে ভাবি তাইৰ মনটো এক অজান ভয় আৰু লাজত কঁপি উঠিল। তদুপৰি বোমদিলা লৈ গলে হোঁলো গাঁওৰ মাজেদি কেনেকৈ পাৰ হৈ যাব সেয়েই তাইৰ সন্মুখত সমস্যা হৈ থিয় দিলে। তাই কিছু সময় মনে মনে থাকিল। প্ৰথমতে তাইৰ মুখত যাও-নাযাও ভাব এটা ফুটি উঠিল। তীক্ষ্ণ দৃষ্টিৰে তাই এবাৰ ককায়েকলৈ চাই পঠিয়ালে, তাৰ পাছত ক্ৰমান্বয়ে দেউতাক আৰু মাকলৈ চালে। তাৰ পাছতো তাই কিছুপৰ কিবা চিন্তা কৰিলে। অৱশেষত ক'লে, মই পঢ়িম। মই ভালদৰে পঢ়িম। আপোনালোকে কয় যদি মই এতিয়াই যাবলৈ সাজু আছো।"

# ছয়

পেনজেই উজুটি খালে।

অন্যমনস্ক ভাবে সি আগবাঢ়ি গৈ আছিল। সেইবাবে সন্মুখত পৰি থকা ডাঙৰ শিলচটা তাৰ চকুত নপৰিল। ফলত সোঁ ভৰিৰে শিলচটাত খুন্দা মাৰিলে আৰু লগে লগে সি সন্মুখৰ ফালে চিটিকি পৰিল। শিলাময় বাটত সি উবুৰি খাই পৰি গ'ল। কিছুসময় সি কি হ'ল তৎ ধৰিব নোৱাৰিলে। মৰিলো নেকি বুলি ভাবি সি কিছুসময় তাতে লৰচৰ নকৰাকৈ শুই থাকিল। আজোমে গিৰিয়েক তেনেদৰে পৰি যোৱা দেখি আতঙ্কত এবাৰ চিঞৰ মাৰি দিলে। কিছুবেলি তাই কিংকৰ্ত্তব্য বিমূঢ় হৈ থিয় হৈ ৰ'ল। গিৰিয়েকে পৰি যোৱা ঠাই ডোখৰতে লাং খাই লৰচৰ নকৰাকৈ শুই থকা দেখি তাইৰ গাত হুচ আহিল। তাই গিৰিয়েকক বাহুত ধৰি শুই থকা ঠাইৰ পৰা উঠাই দিলে। পেনজে উঠি বহিল। চকুৰে মুখে ধূলি লগাত পেনজে বীভৎস হৈ পৰিল। আজোমে গিৰিয়েকৰ মুখৰ অৱস্থা দেখি পিঠিৰ বোজা তাতেই থেকেচ মাৰি পেলাই দি পিঠিৰ স্বালেৰে গিৰিয়েকৰ মুখমণ্ডল ভালদৰে মচি দিলে। মুখখনি মচি থাকোতে তাই ভোৰভোৰাই গ'ল—"কত চাই খোজ কাঢ়িছিল? ইস্ ইস চাচোন চা, ধূলিৰে মুখখন কি কৰি দিছে। দুখ পালে নেকি?"

পেনজেই একো নকলে। মাথোন হাত দুখনেৰে সোঁ ভৰিৰ বুঢ়া আঙুলিটো সজোৰে চেপি ধৰিলে। মুখখন তাৰ যন্ত্ৰণাত বিকৃত হৈ পৰিল। আজোমে দেখিলে গিৰিয়েকৰ ভৰিৰ বুঢ়া আঙুলিৰ নখ এৰাই গৈছে আৰু তাৰ পৰা ধাৰাসাৰে তেজ বৰলৈ আৰম্ভ কৰিছে। আজোমে আৰু দেখিলে, পেনজেৰ দুই আঠুৰ ছাল এৰাই গৈ তাৰ পৰা বিন্দু বিন্দু ঘাম বিৰিঙি ওলোৱাদি তেজ বিৰিঙি উঠিছে। তাই গিৰিয়েকৰ মোনাত হাত এখন ভৰাই দিলে, কিছুপৰ মোনাখনৰ ভিতৰত হাতখন লিৰিকি

বিদাৰি থকাৰ পাছত চুলৰ টেমা আৰু ধপাতৰ চুঙা উলিয়াই আনিলে। এসোপা ধপাত চোবাই মিহি কৰি চুলৰ সৈতে মিহলি কৰি আঙুলি আৰু দুই আঠুত লগাই দিলে। তাৰ পাছত ছালৰ এটা মূৰ ফালি বুঢ়া আঙুলিটো আলদাৰে বান্ধি দিলে। তেজ বন্ধ হ'ল। আঠু দুটাৰ ওপৰত ধপাতৰ গুৰি টানকৈ লাগি ৰ'ল, পতিকৈ আজোমে তাত কাপোৰ নাবান্ধিলে। আজোমে অৱশেষত গৈ দূৰত চিটিকি পৰা গিৰিয়েকৰ টুপীটো বুটলি আনি মূৰত পিন্ধাই দিলে। পেনজে বহি থকা ঠাইৰ পৰা উঠিল। কিন্তু আঠু দুটাৰ বিষত পুনৰ বহি পৰিল।

"আঠু দুটাত বেয়াকৈ আঘাত লাগিল যেন পাইছো। আঙুলি-টোও খুউব পুৰিছে।" যন্ত্ৰণাত মুখখন বিকৃত কৰি পেনজেই ক'লে।

"কেনেকৈনো পৰিল ?" আজোমৰ মৰম মিহলি প্ৰশ্ন শুনা গ'ল।

"শিল ডোখৰ যে বাটত পৰি আছিল দেখাই নাছিলো," কোৱাৰ লগে লগে পেনজেৰ চকু দুটা শিল টুকুৰাটোলৈ গ'ল। তাৰ চেহেৰা শিল টুকুৰা দেখাৰ লগে লগে বিকৃত হৈ পৰিল। লগে লগে বহি থকা অৱস্থাৰ পৰা সি ঘপহকৈ উঠি শিল ডোখৰৰ ফালে আগবাঢ়ি গ'ল। ভৰিৰ যন্ত্ৰণা সি খন্তেক সময়ৰ বাবে সমূলি পাহৰি পেলালে। শি া টুকুৰা গাৰ সমস্ত শক্তিৰে ওপৰলৈ দাঙি অন্য এখন ডাঙৰ শিলৰ ওপৰত ঠেকেচা মাৰি দিলে। বেলিৰ উজ্জ্বল পোহৰৰ মাজতো দুটা শিলৰ খুন্দাত তমক্কৈ অকনমান জুই শিখা জ্বলি উঠি খন্তেকতে নাইকীয়া হৈ গ'ল, কিন্তু শিলটুকুৰাৰ একো নহল। তাৰ খং আৰু বেছিকৈ জ্বলি উঠিল। সি পুনৰ শিলটুকুৰা দাঙি বেছি জোৰেৰে ঠেকেচা মাৰি পঠিয়ালে। এইবাৰ শিলটোৰ এফাল এৰাই গ'ল। সি উত্তেজিত ভাবে শিল-টুকুৰা ঠেকেচা মাৰি ভাঙি টুকুৰা টুকুৰ কৰি পেলালে। তাৰ পাছত সৰু সৰু শিলৰ টুকুৰাবোৰ গোটাই পাহাৰৰ তললৈ দলিয়াই দিলে। তাৰ পাছতহে পেনজে অলপ আৰাম হোৱা যেন দেখা গ'ল। কিন্তু কামটো কৰি উঠাৰ পাছত তাক আকৌ ভাগৰ আৰু যন্ত্ৰনাই একেলগে জুমুৰি দি ধৰিলে। সি পুনৰ মাটিত বহি

পৰিল। সি ফোপাবলৈ আৰম্ভ কৰিলে। কপালৰ পৰা ৰিন্দু বিন্দু ঘাম বাগৰি আহি কোলাত সৰি পৰিবলৈ ধৰিলে। ডিঙিৰ ময়লা-বোৰ ঘামত ওপঙি উঠিল। চাপে * ৰ আগ অংশৰে সি ডিঙি, গাল, কপাল আদিৰ ঘামবোৰ মচি পেলালে। পেনজেই ঘাম মচি থাকোতে অনুভব কৰিলে, শিলটুকুৰাৰ দৰে তাৰ ডিঙিটোও টান আৰু শুকান হৈ গৈছে, মুখৰ থু আৰু লেলাউতি শুকাই গৈ মুখখন বদ পৰা পথাৰৰ দৰে হৈ গৈছে। লগে লগে তাৰ লাও-পানীলৈ মনত পৰিল। ঘৈণীয়েকলৈ চাই সি সুধিলে—"খুউব পিয়াহ লাগিছে। লাওপানী অনা নাই বোধকৰো?"

নাই, আজোমে চমুকৈ উত্তৰ দিলে।

পেনজেই সুধিব খুজিছিল কিয় বাটত খাবলৈ লাওপানী অনা নহ'ল বুলি। কিন্তু সি নুসুধিলে। কাৰণ ঘৈণীয়েকে তাৰ কি উত্তৰ দিব সি জানিছিল। অন্য সময়ত হোৱা হলে নালাগে বুলি কোৱা স্বত্বেও বাটত খাবৰ কাৰণে তিনি চাৰি চুঙা মদ, মাছ বা মাংসৰ আঞ্জাৰে সৈতে ভাত আদি লামদৈমাই জোৰ কৰি দি পঠালেহেঁতেন। কিন্তু এইবাৰ সিহঁতেই নিজে লামদৈমাহঁতক তেনে-দৰে লাওপানী ভাত আদি বান্ধি হোৱাত ভৰাই দিবলৈকে সুযোগ নিদিলে। কেনেকৈনো বাৰু লামদৈমাৰ ঘৰৰ ভাত লাওপানী আদি খাব পাৰি? সেই খন ঘৰৰ লগত যে সিহঁতৰ সকলো সম্বন্ধৰ সুত্ৰই চিঙি নাইকিয়া হৈ গৈছে। আজি যদি ক্ৰিমা সিহঁতৰ লগত আহিলহেঁতেন তেন্তে সি কেতিয়াও এনেদৰে অন্যমনস্ক ভাবে খোজকাঢ়ি উজুটি খাব লগাত নপৰিলেহেঁতেন। তদুপৰি বাটত পিয়াহ লাগিলে খাবলৈ দুই তিনি চুঙা লাওপানী, ভোক লাগিলে খাবলৈ মাছ মাংসৰ আঞ্জাৰে ভাত আনি বাটত আৰাম কৰি খাই যাব পাৰিলেহেঁতেন। কিন্তু এইবাৰ সেইবোৰ বস্তু অনা দূৰৰ কথা জীয়াই থকা দিন কেইটাত সেইখন ঘৰত দুনাই ভৰি নিদিওঁ বুলি সি প্ৰতিজ্ঞা কৰি আহিব লগাত পৰিল। সেইখন ঘৰতেই সি জীৱনৰ চৰমতম লাঞ্ছনা আৰু অপমান ভোগ কৰি আহিছে। মৃত্যুৰ দিন পৰ্য্যন্ত সেই অপমান পাহৰি নাযায়, পাহৰি

---

* চাপে—পুৰুষে পিন্ধা কাপোৰ।

খাবও নোৱাৰি। অকল সেয়ে নহয়, তাৰ বাবে লাগিলে সি প্ৰতিশোধ লবলৈ প্ৰস্তুত। যদি সি ইয়াৰ বাবে এৰো নকৰাকৈ হাত সাবটি বহি থাকে তেন্তে ই তাৰ বাবে চৰম কাপুৰুষালিতাৰ পৰিচায়ক হব। এনে কাপুৰুষ ব্যক্তিৰ বংশত কোনো জন্ম নাই। ঠংপোক বংশৰ সৈতে হোৱা সংঘৰ্ষত তাৰ আজো ককা আৰু লগৰীয়া সকলে আঁকা বজাৰ তৰোৱালৰ সন্মুখত এটা এটাকৈ নিজৰ শিৰ বিসৰ্জন দিছিল, তথাপিও কাৰো আগত শিৰ নত কৰা নাছিল। থেঙ্গাং বজাৰ লগত হোৱা দীঘলীয়া দহবছৰ যুদ্ধত তাৰ পূৰ্বপুৰুষ সকলে সেনাপতিৰ বাব লৈ যুদ্ধ পৰিচালনা কৰিছিল আৰু অসীম সাহস আৰু বিক্ৰমেৰে যুজি থেঙ্গাং ৰাজ্যক ধ্বংস স্তুপত পৰিণত কৰি নিজ ৰাজ্যলৈ কঢ়িয়াই আনিছিল বিজয়ৰ জয়মালা। তেনে স্থলত সামান্য চৰকাৰী খাপ পোৱা এজন সামাণ্য ল'ৰাৰ আগত সি আজি ইমান অপদস্থ হব লগা হ'ল? ই জানো কম অপমানৰ কথা? চোৱা যাওক, সিনো কিমান দূৰ পাৰীব যাহু?

পেনজে চিন্তাত ডুব গ'ল। বহুপৰ পিৰিয়েক মনে মনে থকা দেখি আজোমে মাত লগালে, "ইমানকৈ নো কি ভাবিছে?"

পেনজে চক্ খাই উঠিল। বাস্তৱ জগতলৈ উভতি অহাৰ পিছত সি আৰু অনুভৱ কৰিলে, তাৰ ভৰিৰ বিষ তীব্ৰতৰ হৈ পৰিছে। মনৰ যন্ত্ৰণা আৰু দেহৰ যন্ত্ৰণা লগ লাগি সি গোটেই দেহ মনত এক তীব্ৰ উষ্ণতা অনুভৱ কৰিলে। পেনজে বহি থকা ঠাইৰ পৰা উঠি আহিল। পিৰিয়েকক উঠা দেখি আজোমে উঠি আহিল। পেনজেই ধৰি মেলি আজোমৰ হোৰাটো পিঠিত তুলি দিলে।

"খোজ কাঢ়িব পাৰিবনে?"

"পাৰিম।"

'পাৰিম' বুলি ক'লে যদিও পেনজেই প্ৰথম খোজটো দিয়েই যন্ত্ৰণাত মুখখন বিকটাই দিলে।

"কষ্ট হৈছে নেকি?" আজোমে পুনৰ সুধিলে।

মৈণীয়েকৰ মাত শুনি হঠাৎ পেনজেৰ বিৰক্তি লাগি গ'ল। হটা মাতেৰে মৈণীয়েকক উত্তৰ দিবলৈ ওলাই পায় মুহূৰ্ত্তত সি

হৈ গ'ল। খন্তেকতে সি পুনৰ ভাবিলে তাৰ মনৰ দুখ যন্ত্ৰণা তাই বুজি পাইছে বাবেই এনে মৰম মিহলি মাতেৰে তাৰ দুখ কষ্টৰ বুজ তাই লব পাৰিছে, তাইৰ বাহিৰে আন কোনো ব্যক্তিয়ে তাক এনেদৰে মৰমৰ মাত এষাৰ নিদিয়ে। কথাটো মনলৈ অহাৰ লগে লগে ঘৈণীয়েকৰ প্ৰতি তাৰ মৰম লাগি গ'ল। কেৰাহিকৈ চাই সি ঘৈণীয়েকৰ শেতা আৰু শুকান মুখখনো এক অপৰূপ সুষমা দেখিবলৈ পালে। তাৰ মন খন্তেকৰ বাবে অতীতৰ বুকুলৈ উৰা মাৰি গ'ল। যৌৱনৰ সেই সোণালী দিনবোৰত সি তাইৰ মুখ মণ্ডলত এনে এক সৌন্দৰ্য্য দেখা পাইছিল। তাইৰ সেই ৰূপ সুধা সি জীৱন জুৰি আকণ্ঠ পান কৰি আহিছে, ফলত লাওপানীৰ ৰসাল ভাতখিনি চেপি চেপি তাৰ ৰস পান কৰাৰ পাছত যেনেদৰে অৱশিষ্ট শুদা মিঠাখিনি মাথোন ৰৈ যায়, তেনেদৰে তাইৰ সেই পুৰঠ দেহখিনিৰো কেৱল শুকান হাড়-চালখিনিহে অৱশিষ্ট ৰৈছে-গৈ। কিন্তু আজি তাইৰ মাজত আকৌ এই ৰূপ কেনেকৈ আহিল? নে তাৰ নিজৰ চকুৰেই ভ্ৰম? আৰু অলপ পৰ বাট চালেই তাৰ চকুৰ পৰা আজোমৰ এই ৰূপ সৌন্দৰ্য্য তিৰোহিত হৈ যাব। তাৰ আগতেই সি এই ৰূপ মাধুৰ্য্য পাণ কৰি লব লাগিব। ভাবটো মনলৈ অহাৰ লগে লগে তাৰ গাত তেজৰ শ্ৰোত খৰ খৰ ভাৱে ববলৈ আৰম্ভ কৰিলে। কাজেই সি হঠাৎ ঘৈণীয়েকক ধৰি উত্তেজিত ভাবে গালত ডিঙিত কেইবাটাও চুমা আঁকি দিলে।

আজোমৰ পিঠিৰ পৰা হোৰা মাটিত পৰি গ'ল। তাই লেউ সেউ হৈ গিৰিয়েকৰ বুকুত সোমাই পৰিল। বহুতদিনৰ মূৰত গিৰিয়েকৰ পৰা মৰম পাই তাই ভোকাতুৰ হৈ উঠিল। সৰীসৃপৰ দৰে তাই পেনজেক মেৰাই ধৰিলে।

কিন্তু সিহঁত বেছি দূৰলৈ আগুৱাব নোৱাৰিলে। হঠাৎ কুকুৰৰ ভুকনি শুনি আজোম সন্ত্ৰস্ত হৈ উঠিল। গিৰিয়েকৰ বুকুৰ মাজৰ পৰা তাই কুকুৰটো চাই পঠিয়ালে। কুকুৰটো নিশ্চয় কোনোবা মানুহৰ লগত আহিছে বুলি ভাবি তাই গিৰিয়েকৰ বুকুৰ পৰা উঠি আহিল আৰু নিজৰ কাপোৰ কাৰ্নি ঠিক্-ঠাক্ কৰি ললে। নিজৰ লাজ ঢাকিবৰ কাৰণেই তাই গিৰিয়েকক কৃত্ৰিম খং দেখুৱাই

কলে "ছিঃ কি ধেমালি কৰিছিল এইবোৰ, কোনোবা আহি ওলাবহি এতিয়া।"

পেনজেৰ উৎসাহত চেঁচা পানী পৰিল। সি খঙেৰে কুকুৰটোলৈ চাই পঠিয়ালে।

"কোনোবা আহি আছে নেকি?" আজোমে সুধিলে।

পেনজে মৌন হৈ থাকিল। কুকুৰটো মুখ মেলি জিভাখন উলিয়াই দীঘল দীঘলকৈ উশাহ টানি টানি পেনজে আৰু আজোমৰ কাষেদি দৌৰি পাৰ হৈ গ'ল।

কুকুৰটো পাৰ হৈ যোৱাৰ পাছতো আজোম আৰু পেনজে বহি অপেক্ষা কৰি থাকিল। বহু সময় পৰ্য্যন্ত কোনো নহা দেখি পেনজেই ক লে, "বাঘৰ আঞ্জা কুকুৰটো, বাটত বাঘ ওলাই তাৰ ডিঙি মুচৰি তেজ পি খালে মই বৰ বং পাম। মিছামিছিকৈয়ে আমাৰ কামত বাধা জন্মালে।"

"গোটেই ৰাতিবোৰ পৰিয়েই আছে নহয়, ইমান হমুনিয়াহ কাঢ়িব লাগিছে কেলেই?" আজোমে ৰগৰ কৰি ক'লে।

"হু, বিচনাত পৰিলেই তই কাঠ এডালৰ দৰে পৰি থাক।" পেনজেই আক্ষেপ কৰিলে।

"ঠিক আছে, আজিৰ পৰা সহাঁৰি দিম। ব'লক, ঘৰ ধৈ পাওঁতে আজি মাজ ৰাতিয়েই হ'ব।" আজোমে ৰাবৰ বাবে উচ্পিচ্নি লগালে।

পেনজে উঠি আহিল। আহি সি থৈৰণীয়েকৰ হোৰা পিঠিত তুলি দিলে। আজোমে হাত এখনেৰে গিৰিয়েকৰ আঙুলি এটাত খামুচি ধৰি খোজ পেলালে।

'ব, মোৰ আঙুলিত ধৰিব নালাগে, মই তোৰ কান্ধত হাত থওঁ, নহলে মই খোজ দিবই নোৱাৰো।"

গিৰিয়েকৰ কথা মতে তাই হাতখন এৰি দিলে। পেনজেই আজোমৰ বাহুত সোঁহাতখন থলে, লগে লগে তাইয়ো বাওঁ হাতেৰে গিৰিয়েকৰ ককালত সাৱটি ললে। তাৰ পাছত দুয়ো লাহে লাহে গাওঁ অভিমুখে আগুৱাই গ'ল।

বেলি মাৰ যাবলৈ বহুপৰ থাকোঁতেই পেনজেইত গৈ গাওঁৰ

কাষ পালেগৈ। কিন্তু পোহৰ থাকোঁতেই গাওঁত সোমাবলৈ পেনজে আৰু আজোমৰ লাজ লাগিল। এন্ধাৰ হলে গাওঁত সোমাবলৈ থিৰাং কৰি সিহঁত বাটত বহি থাকিল। গাওঁৰ মানুহে বোৱাৰী-য়েকৰ কথা সুধিলে কি বুলি উত্তৰ দিব সেই বিষয়ে সিহঁতে তাত বহি গুণা-গথা কৰিবলৈ ধৰিলে।

ঠিক এন্ধাৰ হোৱাৰ সময়ত দুয়ো গৈ গাওঁত প্ৰবেশ কৰিলে। ঘৰ পায়েই পেনজে শুই পৰিল। আজোমে হোৰাখন পিঠিৰ পৰা নমাই থৈয়েই জুহালত পানী অলপ বহাই দিলে।

"নবৌ অহা নাই নেকি মা?"

তেনে এটা প্ৰশ্নৰ সন্মুখীন হবৰ বাবে আজোম আগৰ পৰা সাজু আছিল। তাই কব খুজিছিল, তহঁতৰ কোনো নবৌ নাই, কিন্তু অজানিতে তাইৰ মুখৰ পৰা ওলাই গ'ল, "পেহীহঁতৰ খেতি চপোৱাত সহায় কৰি দিবৰ কাৰণে তহঁতৰ নবৌক থৈ আহিছো। কাম শেষ হলেহে আহিব।"

তাই লাওপানী উলিয়ালে। গিৰিয়েকৰ পাত্ৰত লাওপানী ভৰাই দি হাতেৰে হেচুকি চিঞৰিলে, "হেৰি উঠক, লাওপানী ভৰাই দিছো।"

ঘৈণীয়েকৰ মাতত পেনজেৰ চিলমিলকৈ অহা টোপনিত বাধা পৰিল। তৃষ্ণাতুৰ মানুহৰ দৰে পেনজে শুই থকাৰ পৰা উঠি বহিল। তাৰ পাছত চক্ চক্ কৈ পাত্ৰৰ পৰা লাওপানী মুখত ঢালিবলৈ আৰম্ভ কৰিলে। পাত্ৰখিনিৰ আধা লাওপানী শেষ হলত ঘৈণীয়েকে পুনৰ লাওপানী ঢালি পাত্ৰটো পূৰ্ণ কৰি দিলে। তাৰো অৰ্ধেক লাওপানী শেষ কৰি ঘৈণীয়েকলৈ পুনৰ পাত্ৰখন আগবঢ়াই দিলে। ঘৈণীয়েকৰ পৰা পূৰ্ণ পাত্ৰখন লৈ জুহালৰ কাষত থৈ পেনজেই দেৱালত আউজি বহিল। পেটত লাওপানী পৰাত পেনজেই এইবাৰ নিজক অলপ সুস্থ যেন অনুভব কৰিলে। ইমান সময়ে দেহত আবৰি থকা ভাগৰখিনি লাওপানীৰ উত্তাপত কেনিবা আতৰি গ'ল। দেহলৈ শক্তি আহিলত এইবাৰ সি ল'ৰা বিল্লাকলৈ চাই প্ৰশ্ন কৰিলে, "গৰু-ঘোঁৰা আদি ঘৰৰ জন্তুবোৰ আটায়ে আহিছেনে?"

"আহিছে।" বয়সত আটাইতকৈ ডাঙৰ ল'ৰাটোৱে উত্তৰ দিলে।

"নাই, দিনজান আজি তিনিদিনে ঘৰলৈ অহা নাই দেউতা," সৰুটোৱে গোমৰ ফাঁক কৰি দিলে।

দেউতাকৰ আগত সত্য কথা প্ৰকাশ হৈ যোৱাত ডাঙৰ ল'ৰাটোৰ মুখখন শেতা পৰিল।

"দিনজান আজি তিনিদিনে ঘৰলৈ অহা নাই, তহঁতে ঘৰত বহি বহি কি কৰিছিলি?" পেনজেৰ মাত কৰ্কশ হৈ ওলাই আহিল।

"মই গৰুবেই চামনে ঘোঁৰাই চাম? নাইবা ঘৰখনেই চাম? ইহঁতে দিনটো কেৱল খেলি থাকে, নদীৰ পৰা পানী পৰ্য্যন্তও মই আনি ইহঁতক ৰান্ধি-বাঢ়ি খুৱাব লাগে," ডাঙৰ ল'ৰাটোৱে থোকাথুকি মাতেৰে ক্ষোভ প্ৰকাশ কৰিলে।

"মিছা কৈছে দেউতা, ই অকণো কাম কৰা নাই। কেৱল আমাৰ ওপৰতহে দাদাগিৰি কৰি খাই দিনটো ছোৱালীৰ পিছে পিছে টলৌ টলৌ কৰি ঘূৰি . . ."

কথা শেষ হবলৈ নৌপাওঁতেই পেনজে গৰ্জি উঠিল। লগে লগে হাতৰ কাষত থকা চেপেনা ডাল লৈ উঠি আহিল। দেউতাকৰ ভয়ঙ্কৰ মূৰ্তি দেখি ল'ৰাবিলাকে দুৱাৰ মুখৰ ফালে হৰমুৰ কৰি উঠি পলাল।

"আহিয়েই সেইবোৰ আকৌ কি লগাইছে? গৰু যদি আজি তিনি চাৰিদিনে অহা নাই তেন্তে কাইলৈ পেনাক বিচাৰিবলৈ পঠালেই হ'ল। মিছামিছিকৈ কথা নাই বতৰা নাই ল'ৰাবিলাকৰ ওপৰত হাত উঠাবৰ হ'লেই।"

ঘৈণীয়েকৰ মাত শুনি পেনজে মনে মনে থাকিল। দেউতাকক মনে মনে থকা দেখি সৰু ল'ৰা দুটা চুচুক চামাককৈ আহি দুৱাৰত ভুমুকি মাৰিলে। ল'ৰা দুটাৰ মুখ দেখি আজোমৰ হৃদয়ত মাতৃ মৰম উথলি উঠিল। তাই উঠি গৈ ল'ৰা দুটাক হাতত ধৰি ভিতৰলৈ লৈ আহিল। ল'ৰা দুটা ভয়ে ভয়ে আহি মাকৰ কাষত বহিল।

"তহঁতে ইয়াত কি কৰি আছ? দেউতাৰ আহিল নেকি?" বাহিৰত দাৰজা বুঢ়াৰ মাত শুনা গ'ল।

"সখি নেকি ? আহা, আহা।" ভিতৰৰ পৰা দাৰজা বুঢ়াৰ মাত শুনি পেনজেই উত্তৰ দিলে।

"ইমান ৰাতি কৰিলা যে ? বায়েৰাৰ ঘৰলৈ গৈছিলা, সোনকালে ক'ত এৰি দিয়ে নহয় জানো ?" দুৱাৰ মুখৰ পৰাই দাৰজা বুঢ়াই কথা কৈ কৈ আহি পেনজেৰ সন্মুখা-সন্মুখি ভাবে বহি পৰিল।

পেনজেই দাৰজা বুঢ়াৰ কথা শুনি হাঁহিব খুজিছিল, কিন্তু মুখৰ পৰা হাঁহি ওলাই নাহিল। বৰঞ্চ বন্ধুৰ মন্তব্যখিনি শুনি তাৰ হৃদয় তন্ত্ৰীবোৰ টনটনাই উঠিল।

"বৰ বিষণ্ণ যেন দেখা গৈছে, বৰকৈ ভাগৰ লাগিল নেকি ?"

"এৰা, আজিকালি খোজ কাঢ়িবই নোৱাৰা হলো। এইখিনি বাটতে দেহা আধামৰা হ'ল।" ক্লান্ত স্বৰেৰে পেনজেই ক'লে।

"এ, নকবা সখি, তুমি সেইখিনিও যে গৈ পাব পাৰিছা সেয়ে যথেষ্ট। মোক দেখা নাইনে ? গাওঁৰ পৰা ক'তো ওলাব নোৱাৰা হলো। গাওঁখনৰ বাহিৰে কোনো ঠাই দেখিবলৈ নোপোৱাকৈয়েই এতিয়া মৰিব লাগিব। অথচ তোমাতকৈ বয়সত মই চাৰি নে পাঁচ বছৰমানহে ডাঙৰ। বুজিছা সখি, জীৱনটো আমাৰ কেৱল শিলৰ মৈ টানোতেই পাৰ হৈ যায়। দেহা বুলিনো ই আৰু কিমান দুখ সহ্য কৰিব। পিছে সিফালৰ খবৰ কি ? সকলো ভালে আছেনে ?"

দাৰজা বুঢ়া আহিলত বাকী ল'ৰা তিনিটাও ঘৰত আহিবলৈ সাহস পালে। চুচুক-চামাককৈ সিহঁত আহি বুঢ়াৰ কাষত শান্ত-শিষ্ট ল'ৰাৰ দৰে শাৰী পাতি বহিল। পেনজেই ল'ৰা কেইটালৈ চকু দুটা পিলিক-পালাককৈ চাই দাৰজা বুঢ়াৰ প্ৰশ্নৰ উত্তৰ দিলে, "ভালেই বেয়াই আছে সকলো। খান্দুৰ ঘৈণীয়েকজনীৰ টান। মানুহজনী বাচে নে নাই ঠিক নাই।"

"কি বেমাৰ নো হৈছে ?"

"পূজা কৰিবলৈ বোলে ঘৰত চেৰ কামেই পৰি আছিল। ঘৰত পূজা পাতল কৰি নাথাকিলে বেমাৰ নহৈ নোৱাৰেনে ?" পেনজেই উত্তৰ দিলে।

"মানুহজনৰ ল'ৰা-ছোৱালীনো কিমান আছে ?"

দাবজা বুঢ়াই প্ৰশ্ন কৰিলে।

"এগাল।" পেনজেই ক'লে।

"ছোৱালী চাৰিজনী, ল'ৰা দুজন।" আজোমে উত্তৰ দিলে।

"ল'ৰা-ছোৱালী কেইটা ডাঙৰ হৈছেনে?

"ডাঙৰ দুজনী ছোৱালী প্ৰায় পাত্ৰকয়েই হৈছে।" আজোমে উত্তৰ দিলে।

"পিছে বোৱাৰী ক'ত? তাই নাহিল নেকি?" দাবজা বুঢ়াই প্ৰশ্ন কৰিলে।

"তাইক মাকৰ ঘৰত থৈ আহিছো। ঝুম খেতি সামৰা হলে মাকৰ সৈতে হেনো যেহৰ ভটি সিচিব।" শুকান কণ্ঠেৰে পেনজেই মিছা মাতিলে।

পেনজেৰ কথাত দাবজা বুঢ়া পতিয়ন গ'ল। বুঢ়াই পেনজেৰ কথাত হয়ভৰ দি ক'লে, "ভালেই হৈছে, ভালেই হৈছে। বোৱাৰী বুলিনো অকল শহুৰ শাহুৰেকৰ আসপেচান ধৰি থাকিবনে? কেতিয়াবা জন্ম দিয়া মাক-দেউতাকৰ ঘৰলৈও গৈ অলপ-অচৰপ সহায় কৰি দিব লাগে। বেচাৰা কেজ্ৰাও আৰু লামদৈমাৰ দেহাও পৰি আহিছে। ঘৰত কাম কৰিবলৈ সেই মাত্ৰ ছোৱালী জনীহে আছে হবলা? তাইকো যদি সোনকালে কোনোবাই টানি নিয়ে তেন্তে বুঢ়া-বুঢ়ী হালক চাওঁতা আৰু কোনো নাথাকিব। ডাঙৰ ল'ৰাটোলৈ নো এজনী চপাই আনি নলয় কিয়?"

"সেইটোলৈ যিকোনো ছোৱালী আনিলে হ'বনে? তাক মাক-দেউতাকে পচন্দ কৰি আনি দিয়া ছোৱালী নালাগে। তাক মেম-চাহাব লাগে, তেনে মেমচাহাব নহ'লে সি বিয়াই নকৰায়। তেনে-কুৱা মেমচাহাব আমি পাম ক'ৰপৰা?" পেনজেই ইতিকিং কৰাৰ সুৰত ক'লে।

"কিয় নেপাম? পাইছোৱেই বুলিব লাগে। ইতিমধ্যে সি কোনোবা বিজাতীয় মেমচাহাব গোটালেই হেনো? আমাৰ নাক যি কাটিলে কাটিলেই, এতিয়া মাক-দেউতাকৰ মুখো যাব।" আজোমে বিতৃষ্ণাত নাক কোচালে।

গোপনে লুকাই ৰখা খবৰটো যৈণীয়েকৰ মুখেদি ওলাই যাব

খোজা দেখি পেনজে সাৱধান হ'ল। কথাৰ প্ৰসঙ্গ সলনি কৰিবৰ বাবে সি বাট বিচাৰিবলৈ ধৰিলে।

"টিকত মাছ পৰিছেনে?" পেনজেই কথা সলনি কৰি পেলালে।

"পৰিছে বুলি শুনিছো। কাইলৈ আমাৰ পাল আকৌ পৰিব হবলা? টিক ৰখিবলৈ আমি দুটা যাম।" যাবানে? দাৰজা বুঢ়াই সুধিলে।

"গৰু এটা আজি তিনিদিনে ঘৰলৈ অহা নাই। তাকে বিচাৰি-বলৈ যাম বুলি ভাবিছিলো। পিছে ভৰিৰ অৱস্থাই সেইটো হবলৈ নিদিবগৈ যেন পাইছোঁ। যদি কাইলৈও ভৰিৰ অৱস্থা এনেকুৱাই থাকে তেন্তে গৰুটো বিচাৰিবলৈ পেনাকে পঠাব লাগিব। সি আকৌ গৰুটো বিচাৰি পায় নে নাপায় কি ঠিক? নিজে একো নকৰিলে এই ল'ৰাবিলাকৰ ওপৰত নিৰ্ভৰ কৰি থাকিব নোৱাৰা হৈছে। ডাঙৰ হৈ সিহঁতে আমাক সহায় কৰক চাৰি দিনে দিনে সিহঁত বেছি ৰসাতললৈহে গৈ আছে। সিহঁতক গালি পাৰোঁতে টেটু ফালি যোৱাৰ অৱস্থা হৈছে অথচ......।"

"কি হ'ল ভৰিত?" পেনজেৰ কথা শেষ নৌহওঁতেই মাজতে দাৰজা বুঢ়াই মাত দিলে।

"উজুটি পৰিলো।" বাক্যটো সম্পূৰ্ণ কৰিবলৈ এৰি পেনজেই উত্তৰ দিলে।

'বৰ বেয়াকৈ আঘাত পালা নেকি?"

"নখ এটা এৰাই গ'ল। আঠুতো অলপ দুখ পালো। কিন্তু এই উজুটি সাধাৰণ উজুটিহে। তাতকৈ ডাঙৰ উজুটি খালো জীৱনত, বৰ ডাঙৰ উজুটি। তাৰ আঘাত কেতিয়াও ভাল নহয়·· "

পেনজেই ঠেক্ ঠেক্ কৈ হাঁহিবলৈ ধৰিলে।

পেনজেৰ কথা বুজিব নোৱাৰি দাৰজা বুঢ়া কিছুপৰ থৰ লাগি ৰ'ল। "মানুহজনে আজি আহিবৰ সময়ত বহুত মদ খালে হ'বলা, তাৰ নিচা এতিয়াও যোৱা নাই।" দাৰজা বুঢ়াই ভাবিলে।

লাওপানী খাই দাৰজা বুঢ়া এসময়ত উঠি গ'ল। দাৰজা বুঢ়া উঠি যোৱাৰ লগে লগে ভাত পানী নোখোৱাকৈ পেনজে

শিকত দিয়া মাছ যেন হৈ বিচনাত পৰিলগৈ।

পিছদিনা গাঁওৰ কিছুমান মানুহে শ্ৰিমাক ককায়েকৰ লগত বোমদিলালৈ যোৱা দেখা পালে। কথাটো অলপ সময়ৰ ভিতৰত গাঁওত বিয়পি পৰিল। প্ৰথমতে কোনেও কথাটো বুজিব নোৱাৰিলে। কিন্তু সকলোৱে তাত কিবা নহয় কিবা ৰহস্যৰ ভেদ বিচাৰি পালে। ইকাণ সিকাণ কৰি কথাটোৱে এসময়ত গৈ গোটেই অঞ্চলত বিয়পি পৰিল। অনতিপলমে গাঁওৰ ভিতৰত সেই খবৰেই আটাইতকৈ গৰম, আটাইতকৈ মুখৰোচক বিষয় হৈ পৰিল।

# সাত

দেওবাৰ।

সময় দুপৰীয়া।

ক্ৰিমা লামুৰে নিজৰ কোঠাত একান্ত মনেৰে কিতাপ এখন পঢ়ি বহি আছিল। তেনেতে হঠাৎ পিছফালৰ পৰা আহি কোনোবাই ঠিক তাইৰ কাণৰ কাষত টেটুফলা চিঞৰ এটা মাৰি দিলে। চক্ খাই তাই হাতৰ কিতাপখন দলিয়াই দিলে। চেৰমে নিজকে ৰক্ষা কৰিবলৈ গৈ চকী এখনত উজুটি খাই চকীৰ সৈতে সশব্দে মজিয়াত বাগৰি পৰিল। কিতাপ গৈ চেৰমৰ পিছে পিছে আহি থকা ৰাধাৰ মুখত পৰিল। ৰাধাই কিতাপখন তুলি লৈ এবাৰ জোকাৰি ধূলিখিনি একবাই কপালত লগাই প্ৰণাম কৰিলে আৰু ক্ৰিমাৰ টেবুলত আলফুলে ৰাখি দিলে।

"বাঃ বাঃ তই মানুহ মাৰিবি দেখোন?" চেৰমে হাঁহো কান্দোকৈ কৰি মজিয়াৰ পৰা উঠি আহিল আৰু কাপোৰ কানিৰ ধূলিবোৰ জোকাৰি ললে।

"দুখ পালি নেকি?" দোষী দোষী ভাবেৰে ক্ৰিমাই সুধিলে।

"ভৰিত অকণমান দুখ পাইছো। ছাল এৰি গ'ল নেকি।" কৈ কৈ চেৰমে বাগৰি থকা চকীখন উঠাই ঠিক কৰিলে আৰু তাৰ ওপৰত বাওঁ ভৰিখন উঠাই চিন্ছুৰ * আগখিনি আঠুৰ ওপৰলৈকে কোচাই নিজৰ ভৰি পৰীক্ষা কৰিবলৈ ধৰিলে।

"ছাল গৈছে?" ৰাধাই সুধিলে।

ৰাধা আৰু ক্ৰিমা চেৰমৰ কাষ চাপি আহিল।

"চাচোন, তেজ ওলাইছে," মুখখন দুখত অলপ বিকৃত কৰি চেৰমে ক'লে।

"মজা পালি এতিয়া, মই হলে খু-উ-ব ভাল পাইছো। ক্ৰিমাক

* চিন্ছু—মেখেলা।

চক্ নুখুৱাবলৈ মই তোক বাধা দিয়া নাছিলো নেকি ? পাইছে এতিয়া তাৰ মজাটো।" কৃত্রিম খং দেখুৱাই বাধাই ক'লে।

"মাফ কৰি দে ভাই, মোৰেই ভুল হৈছে। আগলৈ এনে কাম কেতিয়াও নকৰো, বিদ্যা শপত।" কৈয়েই চেবমে খিল-খিলাই হাঁহি দিলে।

ইমান সময়ে অপৰাধী ভাবেৰে থিয় হৈ থকা ক্রিমাৰ মুখত এইবাৰ হে হাঁহি-বিৰিঙি উঠিল। "ছিঃ কি যে কৰি পেলালো, মই কবই নোৱাৰিলো। মোক মাফ কৰি দিবা হাঁ," তাই ক'লে।

"ধেৎ পাগলী, তোৰ একে দোষ নাই। দোষ মোৰেই। সেই কাৰণেই মই শাস্তি পালো। ভগৱানে দোষৰ শাস্তি অতি সোনকালে দিয়ে। সেই যে আমাৰ ইংলিচ টেক্সত আছিল, "God sees the truth, but waits" কথাটো ঠিক তেনেকুৱাই। ধেৎ নহয়, মই কি কব বিচাৰিছিলো, কথাটো তেনেকুৱাও নহয়। মানে ভগৱানে শাস্তি অতি সোনকালে দিয়ে। "God sees the truth immediately নে God sees the truth without delay তেনেকুৱা কিবা এটা·····।" চেবমে মনৰ কথা ঠিকমতে প্রকাশ কৰিব নোৱাৰি উচপিচাবলৈ ধৰিলে।

"কি উল্টা-পাল্টা কথাবোৰ কৈ থাক। তোৰ মাথাৰ একো ঠিক নাই। কেতিয়াবা নিজৰ কথাত নিজে মৰিবি।" বাধাই ক'লে।

"নাই, মানে কি জান ? এই ভৰিৰ বিষত মই বৰ পৰা নাই। সেইকাৰণে এটা কথা কবলৈ গৈ তাৰ উল্টা কথা এটা ওলাই গ'ল।" চেবমে আত্মৰক্ষাৰ ক্ষীণ প্রচেষ্টা এটা কৰিলে।

"আইডিন আছে ৰ, মই আনি দিছো।" ক্রিমা যাবলৈ ওলাল।

"নেলাগে, নেলাগে, ৰ" চেবমৰ মাতত ক্রিমা দুৱাৰ মুখত ৰৈ গ'ল।"

"কিয় ?"

"বৰ ধৰে, আইডিন নালাগে," চেবমে মুখখন বিকৃত কৰি ক'লে।

"তেনেহলে কি দিম ?"

"তোৰ দাদাৰ ডাড়ি খুৰোৱাৰ পিছত লগোৱা এণ্টিচেপটিক্ কি আছে?"

"মর্ণাক নামৰ লোচন এটা আছে। বৰ মিঠা গোন্ধ।"

"তাকে আনি ঘঁহি দিয়া" চেবমে ক'লে।

"ভাল হ'ব জানো" ক্রিমাই হাঁহি হাঁহি সুধিলে।

"তোৰ দাদাৰ চাবোন টুকুৰা আনি ঘঁহি দিলেও তাইৰ বেমাৰ ভাল হ'ব।" ৰাধাই হাঁহি হাঁহি ক'লে।

"হয় নেকি? আনি দিও ৰ," ক্রিমা হাঁহি হাঁহি ওলাই গ'ল। খন্তেক পিছত এণ্টিচেপটিক্ এবটল আৰু কপাহ অলপ লৈ তাই সোমাই আহিল। বস্তু কেইটা টেবুলত থৈ তাই পাকঘৰৰ পৰা বেচিন এখনত গৰম পানী অলপ লৈ আনি চেবমৰ ভৰি ধুৱাই লোচন অলপ ঘঁহি দিলে।

"উস, ধৰিছে' চেবম চিঞৰি উঠিল।

"হৈছে অলপমানহে লাগিছে," ক্রিমাই আশ্বস্ত হৈ ক'লে।

ঔষধ সনা হলত চকীখন মচি লৈ চেবম তাত বহি পৰিল। ৰাধাই ক্রিমাৰ বিচনার্ত বহিল।

"তই এতিয়াৰ পৰাই ইমান চিৰিয়াচ হৈছ ভাই, কি মুখস্থ কৰি আছিলি?" চেবমে সুধিলে।

"বাহিৰা কিতাপ এখনহে পঢ়ি আছিলো।"

"কি কিতাপ, উপন্যাস নেকি?"

"তাই মহাভাৰতহে পঢ়ি আছিল।" ক্রিমাই উত্তৰ দিয়াৰ আগতে ৰাধাই মাত লগালে।

"বাঃ কম নহয় দেখিছো। এতিয়াৰ পৰাই ৰামায়ণ মহাভাৰত পঢ়িবলৈ আৰম্ভ কৰিলেই।"

"পঢ়ি ভাল লাগে, সেই কাৰণেই পঢ়ো।"

"বাৰু, তোৰ ৰামায়ণ বেচি ভাল লাগেনে মহাভাৰত পঢ়ি বেছি ভাল্ল লাগে?" ৰাধাই প্রশ্ন কৰিলে।

"দুয়োটাই মোৰ ভাল লাগে। তথাপিও মহাভাৰতৰ অম্বাৰ কাহিনী মই আটাইতকৈ বেচি ভাল পাও।"

"কিয়?"

"এনেই ।"

দুষ্টালি হাঁহি এটা মাৰি এইবাৰ চেৰমে ক'লে", অ, বুজিছো নহয়। তয়ো অম্বাৰ দৰে শিখণ্ডী হৈ জন্ম লৈ তোৰ জীৱন নষ্ট কৰা ককাইদেউৰ ওপৰত প্ৰতিশোধ লব খুজিছ নেকি?"

ক্ৰিমাৰ মুখ তৎক্ষণাত ক'লা পৰি গ'ল। চকু দুটা চলচলীয়া কৰি তাই তলমুৰ কৰিলে।

"আই ঐ নাকান্দিবি মোৰ ননন্দ জনী। ঐ চিন্তা নক-ৰিবি। তোৰ ককাইদেউ আৰু মই মিলি তোক ভাল আৰু ধুনীয়া ল'ৰা এটালৈ বিয়া দিম নহয়। মাত্ৰ ঘৰৰ মানুহক কৈ মেলি আমাৰ বিয়াখন অতি সোনকালে পাতি দে; চেৰমৰ কথাত ক্ৰিমাৰ ক্ৰন্দনৰত বিষণ্ণ ওঠৰ ওপৰত খন্তেকৰ বাবে হলেও হাঁহিৰ ৰেখা এটা দৌৰি গ'ল।

"ইস, এইজনী কি কৈ থাকে পায়? দাদাই শুনিলে কি ভাবিব?" ৰাধাই সাৱধান হৈ ক'লে।

"দাদা ঘৰত নাই। ক্লাবলৈ হাউচি খেলিবলৈ গ'ল। অৱশ্যে আহি পাবৰ সময় হৈছে।" ক্ৰিমাই ক'লে।

"দাদা ঘৰত থাকিলেও মই যি কব বিচাৰো কমেই, তেখেতৰ আগত লাজ কৰিবলৈ মোৰ কি বাকী আছে?" চেৰমৰ ৰসিকতাত ৰাধা আৰু ক্ৰিমাই হাঁহি দিলে।

"ঘৰত আলহি আহিলে চাহ দিব লাগে বুলি নাজান নেকি?" চেৰমে আকৌ ক'লে।

"খুৰাম। তহঁত বহ, মই কাঞ্চাক কৈ আহো।" ক্ৰিমা পাক-ঘৰৰ ফালে গুচি গ'ল। অলপ পৰৰ পাছত তাই আকৌ উভতি আহিল।

"কতা, তই দেখোন সুদা হাতেৰেই উভতি আহিলি।" চেৰমে সুধিলে।

"কাঞ্চাক কবলৈহে গৈছিলো, ইমানেই যদি খাবৰ ইচ্ছা গৈছে তেন্তে পাকঘৰত গৈ নিজে কৰি নাখাৱ কিয়?" ক্ৰিমাই কৃত্ৰিম খঙৰ ভাবেৰে ক'লে।

"সেইবোৰ কৰিবলৈ মোক এতিয়াও অধিকাৰ দিয়া নাই নহয়।

নহলে ―... বাদ দে বাক সেইবোৰ কথা, আমি কিয় আহিলো সেই কথা তই দেখোন এতিয়াও নুবুজিলি ?” চেৰমে ক’লে।

“কিয় ? দাদাক লগ ধৰিবলৈ।” ক্লিমাই হাঁহি হাঁহি ক’লে।

“নহয়”, চেৰমে মূৰ জোকাৰিলে।

“হয়।”

তোৰ দাদাক লগ ধৰিবলৈ অহাহেঁতেন মই অকলেই আহিলো হয়, ৰাধাক লগত লৈ নাহো নহয়।”

“তেন্তে ?”

“আজি আমি মেটিনী শ্বো চাবলৈ যাম। তোকো লগত লৈ যাম বুলি আহিছো।”

“নাই, মই নাযাওঁ। তহঁতে যাগৈ।” ক্লিমাই অনিচ্ছা প্ৰকাশ কৰিলে।

“কিয় নাযাবি ?”

“এনেই, মোৰ লাজ লাগে।”

“ইস, কিনো লাজ কৰিব লাগে। তই আজিকালি ঘৰৰ ভিতৰতে সোমাই থকা হৈছে। আগতে যেতিয়া তই হোষ্টেলত আছিলি তেতিয়া দেখোন খুউব স্ফুৰ্তিত আছিলি। তই এইদৰে ঘৰৰ ভিতৰত সোমাই থাকিলে তোৰ দুখ বাঢ়ি গৈ থাকিব। মাজে সময়ে অলপ ওচৰত বাহিৰত ফুৰিব লাগে। তেতিয়াহে তই দুখখিনি পাহৰি থাকিব পাৰিবি। বল ওলাব চেৰমে” ক্লিমাৰ হাতত ধৰি টানিবলৈ ধৰিলে।

ক্লিমাই ক’লে, ‘নাযাওঁ, তহঁত গৈ চাই আহ।”

“নুঠ নেকি ? কাপোৰ পিন্ধ। আগতে আমাৰ হোষ্টেলত যাম। তাৰ পাছত একেবাৰে ওলাই গৈ চিনেমা হললৈ যাম ব’ল।”

“ব’ল না ক্লিমা, একেলগে চিনেমা চাম বুলিহে তোক লৈ যাবলৈ আহিলো। নহলে মই নাহিলোহেঁতেন।” ৰাধাই অনুনয়ৰ সুৰত ক’লে।

“মোক যে ইমান জোক লগাদি লাগি আছ, চাহ খাই নাযাবি জানো।” ক্লিমাই ক’লে।

“অ, হয়তো। এতিয়াও যে চাহ আহি পোৱা নাই।” চেৰমে

ক'লে ।

"মই আনিছো ৰ' ক্রিমাই উঠি পাকঘৰৰ ফালে গুচি গ'ল। অলপ পাছত এখন ট্রেত তিনিকাপ চাহ আৰু বিস্কুট কেই টুকুৰামান লৈ সোমাই আহিল। ট্রে খন টেবুলত থৈ তাই ক'লে, "দাদা আহিছে।"

তাইৰ কথা শুনি চেৰমৰ চকু দুটা নাচি উঠিল। তাই প্রায় দৌৰি দুৱাৰ মুখৰ ফালে আগুৱাই গ'ল। ক্রিমাই পাছফালৰ পৰা মাতিলে, "চাহ খাই যা।"

ক্রিমাৰ কথা শুনি চেৰমে উভতি আহিল আৰু একাপ চাহ লৈ পুনৰ দুৱাৰ মুখৰ ফালে আগুৱাই গ'ল। যাওঁতে তাই ক্রিমাক আদেশৰ সুৰত কৈ গ'ল, "মোৰ কাৰণে একাপ চাহ আনি থৈ দিবি।"

প্রেমটাছি নিজৰ কোঠাত সোমোৱাৰ লগে লগে চেৰমো চাহ লৈ প্রেমটাছিৰ কোঠাত সোমাল। চাহ কাপটো প্রেমটাছিৰ হাতত তুলি দি চেৰমে সুধিলে, 'আজি জিকিলে নে নাই?"

"হাৰিলো।"

"সদায় জুৱা খেলি পইচা পানীত পেলায় কিয়?"

"এতিয়াৰ পৰাই দেখোন মোৰ ওপৰত ঘৈণীগিৰী কৰিবলৈ আহিলে, খেমালীৰ সুৰত প্রেমটাছিয়ে ক'লে।

"ভুল হ'ল, আজিৰ পৰা একো নকওঁ।" ক্ষুণ্ণ হৈ চেৰমে ক'লে।

"খং উঠিল নেকি? খেমালীহে কৰিছিলো। হাৰিলেও ইয়াত পইচা বেচি নাযায় নহয়। এটকা, কেতিয়াবা দুটকাকৈ যায়। তুমি চাহ খালা নে নাই?"

"নাই খোৱা। যাওঁ" ক্রিমাক চিনেমা চাবলৈ লৈ যাওঁ বুলি আহিছিলো। কিন্তু তাই হেনো নাযায়। আপুনি অলপ কওকচোন।"

"মোক লৈ নোযোৱা নেকি?" প্রেমটাছিয়ে পুনৰ খেমালীৰ সুৰত সুধিলে।

"চেৰমৰ মুখত হাঁহি বিৰিঙি উঠিল। তাই উৎসাহেৰে ক'লে, "বাৰুকনা যাওঁ। ক্রিমাকো লগত লৈ যাওঁ।

ক্ৰিমাক কেলেই, তাই লগত গ'লে আমি ক্লিলি কথা পাতিব পাৰিম জানো ?

"আপোনাৰ কেৱল নিজৰহে চিন্তা। ক্ৰিমাই সদায় কেনেকৈ মন মাৰি থাকে দেখা নাই নেকি ? এনেই আপুনি তাইৰ জীৱনটো দুখেৰে ভৰা কৰি দিলে, এতিয়া আকৌ তাইক অকলশৰে ঘৰৰ ভিতৰত বন্ধ কৰি ৰাখি নিজে ঘূৰি ফুৰিব, খুউব ভাল ককাইদেউ আপুনি। ককাইদেউবোৰ এনেকুৱাহে হ'ব লাগে।" তাচ্ছিল্যৰ সুৰত চেৰমে ক'লে।

"আই ঐ দেহি, খং উঠিলেই দেখোন মোৰ সোণজনী। যা, কাঞ্চাক ভাত বাঢ়িবলৈ কগে। মই কাপোৰ সলাই হাত মুখ ধুই আহো।"

চেৰমে কাষলৈ আগবাঢ়ি গৈ প্ৰেমৰ কোটটো সোলোকাই দিলে। আলমাৰিৰ হেঙাৰত কোটটো ওলোমাই দি তাই টাই ভাল খুলি দিলে। টাছিয়ে মাথোন হাঁহি হাঁহি নিজকে তাইৰ হাতত এৰি দিলে।

"তোক সঁচাকৈ মই বিয়া কৰাম," টাছিয়ে হাঁহি হাঁহি ক'লে।

"মোৰ দৰে এজনী সাধাৰণ ছোৱালীক কিয় বিয়া কৰাব লাগে ?" কৃত্ৰিম অভিমানৰ সুৰত তাই ক'লে।

"তই সাধাৰণ ছোৱালী কাৰণেই তোক বিয়া কৰাম। হবতো ?" কথাখিনি কৈ কৈ প্ৰেমটাছিয়ে চেৰমৰ থুতৰিত ধৰি গালত চুমা এটা আঁকি দিলে।

"যা," তাই এহাতেৰে টাছিৰ মুখখন ঠেলি "কি কৰে এই-বোৰ" বুলি কৈ লাজতে কোঠাৰ পৰা দৌৰি বাহিৰলৈ ওলাই গ'ল।

* * *

প্ৰথম প্ৰথম অৰস্থাত ক্ৰিমা লামুৱে নতুন পৰি-স্থিতিৰ লগত নিজকে খাপ খুৱাই লব পৰা নাছিল। একো কাৰণ নোহোৱাকৈ পতিৰ লগত বিচ্ছেদ হবলগীয়া হোৱাত তাই কম দুখ পোৱা নাছিল। লগে লগে তাইৰ মনত এটা পাপবোধে ক্ৰমান্বয়ে গা কৰি উঠিছিল। দৰজি চেৱাঙৰ মুখ, শহৰ-শাহু-

মেকুৰ মুখ, দেওবেক সকলৰ মুখ এটা এটাকৈ তাইৰ চকুৰ আগেদি অহাযোৱা কৰিছিল। তাই মনৰ শান্তি প্ৰায় হেৰুৱাই পেলালে। মনৰ মাজত চলি থকা অশান্তিৰ কাৰণে তাই আগৰ দৰে হাঁহি-মাতি বং ধেমালী কৰিব নোৱাৰা হ'ল। বাহিৰত ওলাই ফুৰিবলৈ লাজ লগা হ'ল। কাকো মাতবোল কৰিব নোখোজা হ'ল। ককায়েকে তাই ভালদৰে পঢ়াশুনা কৰক বুলি ভাবি তাইক হোষ্টেলৰ পৰা নিজৰ কোৱাৰ্টাৰলৈ লৈ আহিল আৰু পুৱা গধূলি নিজে তাইৰ পঢ়াশুনাৰ তদাৰক কৰিবলৈ ধৰিলে। তাইক পঢ়ুৱাবলৈ এজন গৃহ শিক্ষকো নিযুক্ত কৰিলে। তাই যাতে অকলশৰীয়া অনুভব কৰিব নোৱাৰে তাৰ বাবে ৰেকৰ্ড-প্লেয়াৰ আৰু ৰেডিঅ চেট কিনি দিলে। তথাপিও তাইৰ অকল-শৰীয়া ভাব নুগুছিল। তাইৰ মুখত হাঁহি দেখিবলৈ নাপায় প্ৰেমটাছিয়ে অৱশেষত চেৰমৰ হাতত তাইক গটাই দিলে। চেৰম বৰ চঞ্চল আৰু ফুৰ্তিবাজ ছোৱালী। অনবৰত তাই লোকক হঁহুৱাই থাকে। তাইৰ লগত থাকিলে শুকান কাঠৰ দৰে নীৰস মানুহৰ মুখতো হাঁহি ওলায়। সেইকাৰণে তাইৰ সঙ্গ সকলোৱে ভাল পায়। ক্ৰিমাৰ ওচৰত আহিবলৈ পোৱাত চেৰমৰো মনে মনে বৰ আনন্দ। ক্ৰিমাৰ জৰিয়তে প্ৰেমটাছিৰ অকণমান মৰম, অলপ সঙ্গসুখ লাভ কৰিব পৰাতেই তাইৰ বৰ আনন্দ। প্ৰেম-টাছিৰ দৰে এজন ধুনীয়া, উচ্চ ব্যক্তিত্বসম্পন্ন আৰু উজ্জ্বল ভৱি-ষ্যতসম্পন্ন ডেকাক পাবলৈ কাৰনো হাবিয়াস নাথাকে। তাতে লাহে ধীৰে হলেও তাই যে প্ৰেমটাছিৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছে আৰু লাহে লাহে তেওঁৰ মনৰ এটা কোণত নিজৰ এখন আত্মীয়া আসন তৈয়াৰ কৰি লব পাৰিছে, সেই কথা তাই গম নোপোৱাকৈ থকা নাছিল। সেইবাবেই প্ৰেমটাছিয়ে এদিন যেতিয়া তাইক ক'লে, "ক্ৰিমাক লৈ মই চিন্তাত পৰিছো; তুমি তাইৰ মুখত আগৰ দৰে হাঁহি আনি দিব পাৰানেকি, চেষ্টা কৰি চোৱাচোন," তেতিয়া তাই যেন হাতত স্বৰ্গ চুকি পালে। সেইদিনাৰ পৰাই তাই সময়ে অসময়ে প্ৰেমটাছিৰ কোৱাৰ্টাৰলৈ যোৱা হ'ল, ক্ৰিমাক লৈ অ'ত ত'ত ঘূৰি ফুৰা হ'ল।

চেবমক ক্ৰিমা লাগুৰেও অত্যন্ত ভাল পায়। বিশেষকৈ চেবমৰ হাঁহি আৰু ধুহতীয়া কথাবিলাক তাইৰ বৰ প্ৰিয়। চেবম কাষত থাকিলে তাই সকলো দুখ কষ্ট পাহৰি থাকিব পাৰে। কেতিয়াবা চেবমৰ অত্যাচাৰ সহ্য কৰিব নোৱাৰি তাইৰ বৰ খং উঠে, কিন্তু সেই খং বেচি সময়লৈ স্থিতি নাথাকে। কাৰণ চেবমৰ দৰে নিষ্পাপ আৰু খোলা মনৰ ছোৱালীক বেছি পৰলৈ খং কৰি থাকিব নোৱাৰি। ক্ৰিমাৰ খং উঠা যেন দেখিলেই তাই এনে কিছুমান কাণ্ড কৰি পেলাব যাক দেখি ক্ৰিমাই নাহাঁহি থাকিব নোৱাৰা হয়। যিদিনা চেবম ক্ৰিমাৰ কাষলৈ নাহে সেইদিনা ক্ৰিমাৰ দিনটো নাযায় নুপুৰায় যেন লাগে। তেতিয়া হয়তোবা তাই ৰেকৰ্ড প্লেয়াৰত তাইৰ প্ৰিয় হিন্দী গান লগাই শুনি থাকে বা কুকায়েকৰ কিতাপৰ চেলফৰ পৰা উপন্যাস এখন লৈ আনি পঢ়ি থাকে। একো কৰিবৰ মন নগ'লে তাই শুই থাকে। শুলেই তাইৰ চকুৰ আগত আকৌ দৰজি চেৱাংহঁতৰ মুখবোৰ ভাঁহিবলৈ আৰম্ভ কৰে। এটা এটাকৈ তাইৰ মনৰ পৰ্দাত ঘটনাবোৰ ভাঁহিবলৈ আৰম্ভ কৰে। তাই বুজিবই নোৱাৰে ঘটনাবোৰ ক'ৰ পৰা কেনেকৈ আৰম্ভ হৈ ক'ত কেনেকৈ শেষ হ'ল। মাজে মাজে তাইৰ মনত 'নপুংসক' শব্দটোৱে বাৰে বাৰে খুচিবলৈ আৰম্ভ কৰে। 'নপুংসক' শব্দৰ অৰ্থ তাই বুজিবলৈ চেষ্টা কৰে, কিন্তু বুজিব নোৱাৰি তাই মনৰ অশান্তিত বিচনাত ইচাট বিচাট কৰি চটফটাবলৈ আৰম্ভ কৰে। মাজে মাজে তাই মহাভাৰতখন মেলি লৈ শিখণ্ডিৰ কাহিনী পঢ়িবলৈ লাগি যায়। পঢ়ি উঠাৰ পাছত আকৌ তাই দৰজি চেৱাঙৰ সৈতে শিখণ্ডিৰ তুলনা কৰিবলৈ লাগি যায়। কেতিয়াবা 'নপুংসক' শব্দৰ অৰ্থ কাৰবাক সুধি লবলৈ তাইৰ তীব্ৰ ইচ্ছা যায়, কিন্তু তাই সুধিব নোৱাৰে। কিবা এটা লাজে তাইক হেঁচা মাৰি ধৰে। তাই জানে, এই শব্দটোৰ অৰ্থ লোকক সুধি লাভ নাই কাৰণ কোনেও তাইক 'নপুংসক' শব্দটোৰ বিস্তৃত অৰ্থ ব্যাখ্যা কৰি বুজাই দিব নোৱাৰে। মাজে সময়ে তাইৰ সন্দেহ হয় দৰজি চেৱাং সঁচাকৈ জানো নপুংসক আছিল? তেনে কিবা আছিল বুলি তাইৰ দেখোন দৰজি

চেৰাঙৰ লগত সহবাস কৰি থকা সেই কেইদিনত ধাৰণাই হোৱা নাছিল। তেনে নপুংসক মানে অন্য 'কিবা' এটা নেকি? সেই 'কিবা'টো কি বাৰু?

কেতিয়াবা আকৌ নিজৰ ভৱিষ্যত লৈ তাই চিন্তিত হৈ পৰে। তাই এদিন ভাবিলে; মই পতিৰ ঘৰৰ পৰা উভতি আহিলো। কুমাৰী অৱস্থাত মোৰ যি স্বাধীনতা আছিল, সেইটো স্বাধীনতা মোৰ এতিয়া নাই। মই মুকলি নহয়, মই বন্দী। কিন্তু কিহৰ মাজত মই বন্দী? এই বন্ধনৰ পৰা মোৰ মুক্তি ক'ত? কালি যদি ককাইদেৱে কয় তই আকৌ পতিৰ ঘৰলৈ উভতি যা (তেওঁ যদি সেইটো কয়) তেন্তে নিশ্চয় মই আনন্দেৰে উভতি যাম। উভতি যাম হয় কিন্তু গৈ মই তেওঁলোকৰ আগত মুখ দেখুৱাম কেনেকৈ? তাতকৈ নোযোৱাই ভাল। নগলে সিহঁতে খৰ বেয়া পাব। যোৱাটো মোৰ উচিত। কিন্তু মই যে যাব নোৱাৰো। আজীৱন মই এনেদৰে বন্দী হৈ থাকিব লাগিব। জীৱনটো মোৰ এনেই গ'ল। নাই, এনেই যোৱা নাই। এনেই যাবলৈ মই নিদিও। কিবা এটা কৰিব লাগিব। নিশ্চয় কৰিব লাগিব। কি কৰিম? কি কৰিব পাৰো মই? কি কৰিলে ভাল হব? মাষ্টৰী? নাৰ্চ? নাৰ্চ হোৱাতকৈ ডাক্তৰ হোৱাই ভাল। হয় ডাক্তৰেই হম। ভালদৰে পঢ়াশুনা কৰিলে কিয় ডাক্তৰ হব নোৱাৰিম? নিশ্চয় পাৰিম। মই ডাক্তৰ হোৱাৰ পাছত নপুংসক কাক কয় সেই বিষয়ে ভালদৰে অধ্যয়ন কৰিম। অ' দৰজি চেৰাং কম্পাউণ্ডৰ, অৰ্থাৎ হস্‌পিটালত কাম কৰিব। যদি মই ডাক্তৰ হৈ যাও আৰু আমি দুয়ো যদি কেনেবাকৈ একেখন হস্‌পিটালত কাম কৰিব লগা হয় তেন্তে কেনে লাগিব মনত? মই হয়তো তেতিয়া তেওঁক মুখ দেখুৱাবই নোৱাৰিম। মই নতুন ডাক্তৰ হৈ সি কাম কৰি থকা হস্‌পিটাললৈ আহিম, আহিয়েই হঠাৎ আমি মুখামুখি হৈ যাম ·· ··তাই কল্পনা কৰিবলৈ আৰম্ভ কৰি দিলে। লগে লগে তাইৰ মনত নতুন আশাৰ ৰেঙনিয়ে দেখা দিলে। তাই প্ৰায় ঠিক কৰি পেলালে, তাই ডাক্তৰ হবই। লগে লগে তাই উঠি বহিল আৰু কিতাপ মেলি লৈ পঢ়িবলৈ আৰম্ভ কৰি দিলে।

সেই দিনাৰ পৰা তাইৰ মাজত এক অদ্ভুত পৰিবৰ্ত্তনে দেখা দিলে। আগৰ দৰে তাই হাঁহি তামচা কৰা হ'ল। লগতে পঢ়া-শুনাৰ প্ৰতি তাইৰ ধাউতি বাঢ়ি যোৱা দেখা গ'ল। তাইৰ এই পৰিবৰ্ত্তন দেখি প্ৰেমটাছি আৰু চেবমে স্বস্তিৰ উশাহ ললে।

সেই বছৰ ক্ৰিমা লামুৱে প্ৰথম শ্ৰেণী লৈ মেট্ৰিক পাছ কৰিলে আৰু কলেজত নাম লগাবৰ বাবে গুৱাহাটীলৈ গুছি গ'ল।

# আঠ

দৰজি চেৰাঙে উজুটি খালে। আন্ধাৰ বাস্তি পাহাৰৰ একাবেকা বাটেদি সি খুপি খুপি ঘৰৰ ফালে আগবাঢ়ি গৈ আছিল। হঠাৎ উজুটি খাই সি বাটৰ পৰা তললৈ বাগৰি পৰিল।

মাজৰাতি সি সাৰ পালে। চকু মুদি কিছু সময় সি বিচনাত পৰি থাকিল। সি অনুভৱ কৰিলে তাৰ গোটেই গাত বিষ। মুৰত, বুকুত, ভৰিৰ ঘিলাত, বাহুত বিষ, কেৱল বিষ। কিয় বাক এই বিষ? এই যন্ত্ৰণা? লাহে লাহে সি চকু দুটা মেলি দিলে। তাৰ চকুৰ আগত ঘৰৰ ওপৰৰ চিলিংখন জিলিকি উঠিল। বহুত সময় ধৰি সি এক দৃষ্টিৰে চিলিংখনলৈ চাই থাকিল। সি ভাবিলে, এইখন মোৰ ঘৰৰ চিলিং। তেন্তে মই ঘৰত শুই আছো। এই যে ওচৰতে কোনোবাই কেঁকাই আছে, সেই কেঁকনি নিশ্চয় দেউতাৰ হব লাগিব। কি হ'ল দেউতাৰ? দেউতাই এই-দৰে কেঁকাইছে কিয়? দেউতাৰ বেমাৰ হৈছিল নেকি বাক? বুঢ়া মানুহ, তাতে দেউতাই জীৱনত বৰ কষ্ট পালে। গোটেই জীৱনটো দেউতাৰ কষ্টতেই গ'ল। কালি দেউতাক সুধিম, তেওঁৰ কি হৈছে। যদি সঁচাকৈ দেউতাৰ বেমাৰ হৈছে তেন্তে চিকিৎসা কৰাব লাগিব। এই যে মোৰ সোঁফালে নাকৰ ঘৰ্-ঘৰ্নি হৈ আছে সেইটো বাক কাৰ নাকৰ শব্দ? মা'ৰ? মা'ৰ দেখোন তেনেকৈ নাকৰ শব্দ নহয়। তাতে মা এই সময়ত দেউতাৰ কাষত থাকিব লাগিব, অৰ্থাৎ যি ফালৰ পৰা কেঁকনিৰ শব্দ আহি আছে সেইফালে মা'ও থাকিব লাগিব, তেন্তে এই নাকৰ শব্দ কাৰ বাক? জিমাৰ? ওঁহো, জিমাৰো নহয়। জিমাৰ নাকৰ শব্দ তেনে নহয়। তাইৰ নাকৰ শব্দ একেবাৰে মৃদু। পাহাৰীয়া নিজৰাৰ কুলু কুলু শব্দৰ লগত তাইৰ নাকৰ শব্দক বিজাব পাৰি। তাৰ বুকুৰ মাজত তাই মুখটো সুমুৱাই থৈ যেতিয়া টোপনি যায়

তেতিয়া তাইৰ নাকৰ বতাহে গৰমকালি নদীৰ ফালৰ পৰা বৈ অহা শীতল বতাহ জাকৰ দৰে তাইৰ নিশ্বাসে তাৰ বুকু জুৰ কৰি থৈ যায়। গতিকে সেই নাকৰ শব্দ ক্রিমাৰ হবই নোৱাৰে। তেন্তে সেই নাকৰ শব্দ কাৰ? সেইয়া টোপনিতে কোনোবাই বলকি আছে। কাৰ মাত সেয়া? তাৰ মানে এই কোঠাটোত মোৰ বাহিৰেও আৰু বহুত মানুহ শুই আছে। আৰু এই যে ওপৰত এশ ভলটেজৰ বাল্ এটা জ্বলি আছে, কেনেদৰে ই মোৰ চকুত ধৰি আছে। সিহঁতে শোৱাৰ সময়ত লাইট নুমাই শুবলৈ পাহৰি গ'ল নেকি? কি তীব্র পোহৰ? এই পোহৰ দেখোন আমাৰ ঘৰত আগতে নাছিল। এইয়ে মোৰ মুৰৰ ওপৰত এখন চকচকীয়া বগা চিলিং আছে, এনে চিলিং দেখোন আমাৰ ঘৰত নাছিল। আমাৰ ঘৰৰ চিলিংখন এন্নাক্ষুৰে ভৰা। তাত পইতাচোৰা, এন্দুৰ আদি বগাই ফুৰে। তেন্তে মই ক'ত আছো?

সি মুৰ তুলি চালে। চাই সি আচৰিত হ'ল। এটা আহল বহল কোঠা, কোঠাটোত দুশাৰী বিচনা, প্রত্যেক বিচনাই ৰঙা ৰঙা কম্বলেৰে চাক খোৱা, দুখনমান বিচনাৰ বাহিৰে প্রত্যেকখন বিচনাতে মানুহ। তাৰ মনত প্রশ্ন জাগিল, "তেন্তে এইখন কি হস্পিটাল নেকি? অর্থাৎ মই কি হস্পিটালত পৰি আছো? কৰ হস্পিটাল এইখন? মইনো ইয়াত কেতিয়া আহিলো? মোৰ দেখোন একো মনত নপৰে?" সি কথাবোৰ মনত পেলাবলৈ যত্ন কৰিলে। এটা দুটাকৈ তাৰ কথাবোৰ মনত খেলাবলৈ আৰম্ভ কৰিলে; হয়, মই ঘৰলৈ গৈ আছিলো। বহুত দিনৰ মুৰত মই ঘৰলৈ গৈ আছিলো। মোৰ বিয়া হোৱাৰ পিছত এই প্রথম-বাৰ মই ছুটিত ঘৰলৈ গৈ আছিলো। কিন্তু এতিয়া মই ক'ত? ঘৰৰ পৰা মই কিমান দূৰত পৰি আছো? ঘৰৰ মানুহে মই ইয়াত পৰি থকা কথা জানেনে? ক্রিমাই একা? তাইৰ কি হৈছিল বাৰু? সেই যে মই যোৱাৰ পিছত তাই এবাৰ মাঠোন দুখি চিঠি দিলে তাৰ পিছত তাই একেবাৰে নিমাত হৈ গ'ল। মই কিমান চিঠি লিখিলো, কিন্তু তাৰ এটাৰ উত্তৰ তাই নিদিলে। ঘৰৰ পৰাও বছৰটোত মাত্র দুখনমান চিঠি পাইছো, কিন্তু কতো তাইৰ

নাম মাত্রও উল্লেখ নাই। আনকি চিঠিখনো তাইৰ দ্বাৰা লিখোৱা নাই। মোৰ জানিবৰ খুউব ইচ্ছা হৈছে, কিয় বাক তাই এনেকুৱা কৰিছে। মই ঘৰত গৈ পায়েই ৰাতি শুবৰ সময়ত বিচনাত তাইক কথাটো সুধিম বুলি ভাবিছিলো। বাছৰ পৰা নামিয়েই সেই কাৰণে মই বেগাই ঘৰৰ ফালে খোজ লৈছিলো। মনৰ উৎসাহৰ তুলনাত দহ মাইল বাট খোজকাঢ়া মোৰ বাবে তেনেই সহজ আছিল। ৰাপাত বাছৰ পৰা নমা সময়তেই পশ্চিম আকাশত বেলি ডুবিবলৈ আৰম্ভ কৰিছিল। বহুতে মোক থাকি যাবলৈ কৈছিল। কিন্তু মই মান্তি নহলো। কিয়নো তাইক দেখাৰ, তাইক যিমান সোনকালে পাৰি সিমান সোনকালে পোৱাৰ এক অদম্য হেপাহ মোৰ মনৰ মাজত উদয় হৈছিল। সেয়েহে মই হাতত চুটকেচটো লৈ পাহাৰ বগাবলৈ আৰম্ভ কৰিছিলো। চুটকেচটোত তাইলৈ অনা উপহাৰবোৰ আছিল। মোৰ চুটকেচটো কি হ'ল? কোনে নিলে? হেৰাল নেকি? নাই হেৰুৱাৰ ভয় নাই। চুটকেচটো নিশ্চয় কোনোবাই থৈ দিছে। হয়, আন্ধাৰত মই একো দেখা পোৱা নাছিলো। মাজে মাজে মই বাট হেৰুৱাই পেলাইছিলো। কেতিয়াবা বাটৰ পৰা আঁতৰি গৈ কাইটনিৰ মাজত সোমাই পৰিছিলো। এবাৰ বোকাৰ মাজত সোমাই পৰিছিলো আৰু এবাৰ এচটা শিলত উজুতি খাই বাগৰি পৰিছিলো, মই পাহাৰৰ হেজনীয়া বুকুত বাগৰি গৈ আছিলো, তাৰ পিছত? তাৰ পিছত……? নাই, নাই, তাৰ পিছত মোৰ কি হ'ল, কি হৈছিল মোৰ একো মনত নাই…. মই কি তেন্তে মৰিলো নেকি? ইতিমধ্যে কি মোৰ মৃত্যু হ'ল? এইয়া তেন্তে এইখন হস্পিটাল নহয় নেকি? এইখন স্বৰ্গ নে নৰক? স্বৰ্গ নহয়, এইখন স্বৰ্গ হব নোৱাৰে। এইখন নিশ্চয় নৰক হব লাগিব। সেই কাৰণেই ইমান যন্ত্ৰনা, ইমান শাস্তি, কেৱল যন্ত্ৰনা……সেইটো কোন মোৰ কাষে আগবাঢ়ি আহি আছে? দেৱী নে মানৱী তাই? কি শান্ত, কি সৌম্য সেই মানুহজনী। হয়, তাই মোৰ কাষে আগবাঢ়ি আহি আছে। তাইৰ মুখত হাঁহি বিৰিঙি ওলাইছে। কি ক'লে? মই কি জ্ঞান ঘুৰাই পালো? আপুনি কোন? নাৰ্ছ। এইখন কৰ হস্পিটাল? মোক ইয়ালৈ

কেতিয়া অনা হৈছিল? তিনি তাৰিখে ৰাতি। আজি কি তাৰিখ? এইমাত্ৰ পাঁচ তাৰিখ পাৰ হ'ল। এতিয়া ছয় তাৰিখৰ দিনটো আৰম্ভ হৈছে। মই কি ভাল হ'ম চিন্তাৰ? ভাল হ'ব। কিয় কথা ক'ব নাপায়? মই বৰ দুৰ্বল হৈ আছো সেই কাৰণে? বাৰু নকওঁ। মোৰ চুটকেচটো ক'ত আপুনি জানেনে? ঘৰত। ঘৰৰ মানুহে মই যে ইয়াত আছো সেই কথা জানেনে? তেন্তে তেওঁলোকে ইয়ালৈ আহিছিল? কোন কোন আহিছিল? মোৰ মা আৰু দেউতা? তেওঁলোক কাইলৈ আকৌ আহিব? আৰু কোনো অহা নাছিল? কোন কোন আহিছিল বাৰু? চিনি নোপোৱা? ঠিক আছে, মই কথা নকওঁ।

দৰজি চেৱাং মৌন হৈ গ'ল। দৰজি চেৱাঙক মনে মনে থকা দেখি নাৰ্চ গৰাকী উভতি গ'ল।

পিছদিনা পেনজে আৰু আজোম আহিল। দৰজি চেৱাঙৰ জ্ঞান ঘূৰি অহা দেখি পেনজে আৰু আজোমে আনন্দৰ চকুলো টুকিলে। ডাক্তৰে কথা ক'বলৈ বাধা দিয়া স্বত্বেও পেনজে আৰু আজোমে ঘৰৰ দুই এটা দুখ কষ্টৰ কথা নোকোৱাকৈ থাকিব নোৱাৰিলে। কিন্তু সিহঁতে তাৰ মাজত ক্ৰিমাৰ নাম ভুলতো এবাৰো উচ্চাৰণ নকৰিলে। দৰজি চেৱাঙৰ মনত সন্দেহে ভুমুকি মাৰিলে। মনৰ খুদুৰনি মাৰিব নোৱাৰি সি অৱশেষত সুধিয়েই পেলালে, "ক্ৰিমাৰ কি হ'ল? মোক চাবলৈ অহা নাই কিয়?"

দৰজি চেৱাঙৰ প্ৰশ্ন শুনি পেনজে আৰু আজোমৰ মুখ শেঁতা পৰিল। দুয়ো স্বামী-স্ত্ৰীয়ে পৰস্পৰৰ চকুলৈ এবাৰ চালে, তাৰ পিছত টুপীৰ তলত হাতখন ভৰাই দি মূৰটো খজুৱাই খজুৱাই ক'লে, "তাই মাকৰ ঘৰলৈ গৈছে। খবৰ পঠাইছো। দুই এদিনতে আহি পাব লাগে দেখোন।"

দৰজি চেৱাং দেউতাকৰ কথাত পতিয়ন নগ'ল। দেউতাকে সঁচা কথা নোকোৱাত তাৰ ভমক্কৈ খং উঠি আহিল। সি উত্তেজিত হৈ চিঞৰি উঠিল, "তহঁতে মিছা কথা কৈছ, ক, সঁচা কথা ক।"

দৰজি চেৱাঙৰ উত্তেজিত স্বৰ শুনি নাৰ্চজনী দৌৰি আহিল।

তাই আহিয়েই পেনজে আৰু আজোমক তাৰ পৰা আঁতৰি যাবলৈ অনুৰোধ কৰিলে। পেনজে আৰু আজোমৰ মুখ লাজত ৰঙা পৰি উঠিল। মুখৰ ভিতৰত কিবাকিবি অসংগত কথা কিছুমান ভোৰ-ভোৰাই পেনজে উঠি গ'ল। গিৰিয়েকৰ পাছে পাছে আজোমো উঠি গ'ল। দুয়োৰ মুখৰ পৰা তাই পুনৰ উভতি আহি দৰজি চেৰাঙৰ মুখৰ ন্যাচেই ওচৰত নিজৰ মুখখন নি প্ৰায় ফুচফুচাই ক'লে, "তই ভাল হৈ আহ। তোক সকলো কথা কম। সেইবোৰ কথা ইয়াত...। তাইৰ কথা শেষ নহ'ল। নাৰ্চজনীৰ হুটা আদেশ শুনি তাই আমন জিমন ভাবেৰে কোঠাৰ পৰা ওলাই গ'ল।

. কিন্তু দৰজি চেৰাঙে বেচিদিনলৈ অপেক্ষা কৰিব লগা নহ'ল। হস্পিটালত সি কথাটো শুনিবলৈ পালে। কথাটো শুনি প্ৰথমতে শিল পৰা কপৌ যেন হৈ পৰিল। লাজ, অপমান, ক্ষোভ আৰু খঙত তাৰ সৰ্ব্বশৰীৰ ঘামি উঠিল। সেইদিনা গধূলি তাৰ তীব কঁপে জ্বৰ উঠিল। দুদিনমান সি জ্বৰত একো কব নোৱাৰা হৈ পৰি থাকিল। অকল শাৰীৰিক ভাবেই নহয়, মানসিক ভাবেও সি বৰ দুৰ্ব্বল হৈ পৰিল। হস্পিটালৰ পৰা ওলাই গৈ কেনেকৈ গাওঁৰ মানুহৰ আগত মুখ দেখুৱাব তাৰেই চিন্তাত তাৰ মন বিষাদময় হৈ উঠিল। কিন্তু সেই বুলি সি জানো কাকো মুখ নেদেখুৱাকৈ পলাই ফুৰিব পাৰিব? নোৱাৰে, মানুহৰ মাজৰ পৰা সি পলাই সাৰিব নোৱাৰে, যিমানেই সি মানুহৰ মাজৰ পৰা আঁতৰি ফুৰিবলৈ যত্ন কৰিব সিমানেই সি মানুহৰ মাজত সোমাই পৰিব।

তাৰেই কিছুদিনৰ পাছত সি আৰোগ্য হৈ হস্পিটালৰ পৰা ওলাই গ'ল। গাওঁত গৈ সি কিছুদিন ঘৰৰ ভিতৰত সোমাই থাকিল। কিন্তু তাক চাবলৈ অহা মানুহ বিলাকৰ বাবেই সি ঘৰতো শান্তিৰে থাকিব নোৱাৰা হ'ল। মুখ ফুটাই তাক একো নকলেও সিহঁতৰ কথা বতৰা, সিহঁতৰ আচাৰ-ব্যৱহাৰৰ মাজত সি এক অদ্ভুত পৰিবৰ্তন দেখিবলৈ পালে। এইবোৰ কাৰণত তাৰ মনত অশান্তি বাঢ়িবলৈ ধৰিলে। সি খঙাল আৰু খিঙখিঙীয়া হৈ পৰিল। এদিন সি অনাহকতে তাৰ সৰু ভাই দুটাক মাৰধৰ

কৰিলে, মাক-দেউতাকৰ লগত সাধাৰণ কথা এটাতে কাজিয়া কৰিলে আৰু ঘৰৰ পৰা ওলাই গৈ গাওঁৰ বনুৱা কেম্পত মদ বিক্ৰী কৰা চেৰপা তিৰোতা এজনীৰ ঘৰত মদ খাই দুৰাতি পৰি থাকিল। সি ভাবিছিল তেনে কৰিলে হয়তো গাওঁৰ মানুহে তাৰ চৰিত্ৰক লৈ বদনাম কৰিব, চেৰপা তিৰোতাজনীৰ সৈতে তাৰ নাম লগ লগাই গাওঁত বু-বু বা-বা চলিব। কিন্তু সি ভবা মতে তেনে একো নহ'ল। বৰঞ্চ গাওঁৰ মানুহে তাক আগতকৈ বেচি পুতৌ আৰু সহানুভুতিৰ চকুৰে চাবলৈ আৰম্ভ কৰিলে। চেৰপা তিৰোতাজনীৰ ওচৰত কটোৱা তাৰ দুৰাতিৰ কথাখিনি মৰা চৰাইৰ ওচৰত কাউৰীৰ বিফল অভিসাৰৰ লগত তুলনা কৰিলে। কিছুমান মানুহে কথাটো শুনি মাত্ৰ হাঁহিলে, কিছুমানে আকৌ মুখ কুটাই কলে, বেচেৰা। তাৰ অৱস্থাতো সচাঁকৈয়ে দুখ লগা হৈ পৰিছে।"

দৰজি চেৱাঙে অৱশেষত এটা প্ৰস্তাৱ আগবঢ়ালে। প্ৰস্তাৱটো শুনিয়েই পেনজে চিঞৰি উঠিল। পুতেকৰ প্ৰস্তাৱত সমৰ্থন জনাব নোৱাৰি পেনজেই আপত্তি কৰিলে, "নাই নাই, মই সেই কথা ভাবিবই নোৱাৰো। মই মৰি গলেও সেই কাম মই কৰিব নোৱাৰো।"

"কৰিব নোৱাৰো বুলি কলে নহব, কৰিবই লাগিব। আপুনি মোক সেই কাম কৰিবলৈ দিবই লাগিব।" দৰজি চেৱাঙে দৃঢ়ভাবে দেউতাকক লাগি ধৰিলে।

"মই মৰি যোৱাৰ পাছত তহঁত ভাই-ককাইহঁতে মিলি সেই কাম কৰিবি, কিন্তু মই জীয়াই থাকোতে তেনে কাম কৰাৰ কথা মোৰ আগত নুলিয়াবি।"

"তাৰ মানে আপুনি আমাক অনুমতি নিদিয়ে?"

"নিদিওঁ।"

"ঠিক আছে। অনুমতি নিদিয় যদি নালাগে। কিন্তু আজিৰ পৰা মোকো ল'ৰা বুলি নাভাবিবি। মই তোৰ (দৰজি চেৱাঙে তই বুলি সম্বোধন আৰম্ভ কৰিলে) ল'ৰা নহয় 'তয়ো মোৰ দেউতা নহয়। মই আজিয়েই গুচি যাম। 'এইখন ঘৰত মই নাথাকো। মই কেতিয়াও এইখন ঘৰলৈ উভতি নাহোঁ। আজিৰ পৰা মোৰ

কোনো নাই। কোনো নাই। মই অকলশৰীয়া ·· কৈ কৈ দৰজি চেৰাঙ বহি থকা অৱস্থাৰ পৰা উঠি নিজৰ কাপোৰ কানি সামৰি চুটকেচত ভৰাই যাবলৈ ওলাল।

দৰজি চেৰাঙৰ কাণ্ড-কাৰখানা দেখি ঘৰৰ সকলো মানুহ প্ৰথম প্ৰথম অৱস্থাত মুখ মেলি অকঁৰাৰ দৰে চাই আছিল। চুটকেচলৈ দৰজি চেৰাঙ দুৱাৰ মুখৰফালে আগবাঢ়ি যোৱা দেখি আজোম আৰু ল'ৰাকেইটা তাৰ পাছে পাছে দৌৰি গ'ল। আজোমে দৰজি চেৰাঙৰ চুটকেচটোত ধৰি প্ৰায় কান্দো কান্দো সুৰত ক'লে, নাযাবি বোপাই, নাযাবি। এনেকৈ ঘৰ এৰি গুচি যাব নাপায়।"

দৰজি চেৰাঙে মাকৰ ফালে শ্লেষপূৰ্ণ দৃষ্টিৰে চাই কলে, "মোক যাবলৈ দে। এইখন ঘৰত মোৰ কোনো নাই।"

"কিয় নাই ? মই আছো নহয়।" আজোমৰ কথাৰ লগে লগে ভায়েক কেইজনেও চিঞৰি উঠিল ; "ময়ো আছো, ময়ো আছোঁ।"

দৰজি চেৰাঙে পাগলৰ দৰে হো হোঁৱাই হাঁহি দিলে। কিছু সময় কাৰো মুখত মাত নাইকিয়া হ'ল। তাৰ পাচত আজোমে বিনয়ৰ সুৰত ক'লে : তুমি থাকা, মই দেউতাক বুজাম।"

ইতিমধ্যে দৰজি চেৰাঙৰ তলৰ ল'ৰাটোৱে গৈ পেনজেৰ সম্মুখত থিয় হৈ গালি পাৰিবলৈ আৰম্ভ কৰিলে ; ককাইদেউক ঘুৰাই আন, নহলে আমি আটাই কেইজন ঘৰৰ পৰা ওলাই যাম। ক বুঢ়া আনিবি নে নাই ? নে ঘৰত অকলে থাকিব খুজিছ ? তোৰ বায়েৰৰ প্ৰতি তোৰ যদি ইমানেই মৰম তেন্তে সিহঁতৰ তালৈ গৈ নাথাক কিয়।"

অলপ সময়ৰ ভিতৰতে চাৰিওফালৰ পৰা পেনজেৰ ওপৰত গালি বৰ্ষণ হবলৈ আৰম্ভ কৰিলে। কোনে কি বুলি গালি দিছে গালিৰ জাউৰীৰ মাজত একো ধৰিব নোৱৰা হ'ল। তাৰ প্ৰতি ঘৰৰ আটাইৰে মৰম দেখি দৰজি চেৰাঙৰ মুখ আনন্দত প্ৰফুল্লিত হৈ উঠিল। অন্য ফালে পেনজেৰ মুখ শেতা পৰি গ'ল আৰু আৰু অপমানত চকুৰে ধোঁৱা-কোৱা দেখিবলৈ আৰম্ভ কৰিলে। অৱশেষত সকলোৰে মাত তল পেলাই পেনজেৰ মাত গজি উঠিল ;

"ঠিক আছে, তোৰ প্ৰস্তাৱত মই ৰাজী আছো, ঘুৰি আহ।"

ঘৰখনৰ পৰিৱেশ পুনৰ শান্ত হৈ পৰিল। কিন্তু পেনজেক তাৰ পাচত একেবাৰে ভাগি পৰা যেন দেখা গ'ল। জুহালৰ ফালে পিঠি দি সি শুই পৰিল। অলপ পাচত শুই থকা অৱস্থাৰ পৰা চকু দুটা উখহি উঠি আহিল। নিজৰ পাত্ৰৰপৰা এঢোক লাউপানী খাই লৈ সৰু ল'ৰাটোক কাষত মাতি আনি বহুৱাই ললে। নিজৰ মোনাটো লৰাটোক দেখুৱাই সি সুধিলে ; "এই মোনাটো কোনে বৈছিল ?"

সৰু ল'ৰাটোৱে উত্তৰ দিলে, পেহীদেউৱে।"

ঠিক; ঠিক, তোৰ পেহীদেউৱে খুউব ধুনীয়া মোনা বব জানে। মই যেতিয়া তোৰ সমান আছিলো সেই সময়তে তোৰ আইতাৰ মৰিছিল। তহঁতৰ পেহীদেউৱে মোক বোকোচাত লৈ, ডাঙৰ দীঘল কৰিছিল ; মোৰ ঠিক মনত আছে এবাৰ মোৰ নৰিয়া হৈছিল, খুউব টান নৰিয়া। মোৰ নৰিয়া দেখি তহঁতৰ পেহীদেউৱে ভাত পানী খাবলৈ এৰি দিছিল, দুদিন দুৰাতি মোৰ ওচৰত বহি কটাই দিছিল। সেই কথা পাচত মই গম পাইছিলো। মোৰ চেতনা ঘুৰি অহাৰ পাচতহে তাই দেউতাই ৰান্ধি থোৱা ভাত খাই শুবলৈ গৈছিল। এবাৰ তহঁতৰ পেহীদেৱে মোক এৰি থৈ যাবলৈ কাকো বিচাৰি নাপাই হোৱাৰ ভিতৰত ভৰাই মোকো খৰি লুৱা ঠাইত লৈ গৈছিল। উভতি আহিবৰ সময়ত খৰিৰ বোজাৰ ওপৰত মোক বহুৱাই লৈ আহিছিল। কিন্তু খৰি আৰু বোজা একেলগে সহিব নোৱাৰি তাই কান্দিছিল সেই সময়ত তাইৰ বয়স কিমান আছিল জাননে ? তাই তেতিয়া আছিল মাথোন ন-দহ বছৰীয়া কিশোৰী। লগৰ ছোৱালীবোৰে তাইক পিচ পেলাই আগবাঢ়ি গৈছিল। হাবিত ভূত, বাঘ-ভালুক আদি ওলাব বুলি তাই ভয়ত কান্দি কান্দি খৰিবোৰ পেলাই মোক কান্ধত তুলি ঘৰলৈ গুচি আহিছিল। খৰিবোৰ পেলাই অহাৰ বাবে ঘৰত দেউতাই তাইক এচাৰিৰে কোবাইছিল, তাই সেই সময়ত চিঞৰি চিঞৰি কান্দিছিল। তাই মোৰ কাৰণেই মাৰ খাইছিল। কেৱল মোৰ কাৰণে। চা, তহঁতৰ পেহীদেৱে মোক কিমান ভাল পাইছিল, কিমান মৰম কৰিছিল। তহঁতে আজি যেনেদৰে মাৰ মৰম পাই আছ তেনেদৰে

মই মাৰ মৰম পোৱা নাছিলো। সক কালতেই মই মাৰ মৰমৰ পৰা বঞ্চিত হৈছিলো। কিন্তু মাৰ মৰমৰ আগেয়ে তহঁতৰ পেহী-দেৱে পূৰণ কৰিছিল। তাই যে মোৰ বাবে কিমান কষ্ট সহ্য কৰিব লগা হৈছিল তাৰ বহুত দৃষ্টান্ত মই দিব পাৰো। তাই মোৰ, বাইদেউ মোৰ মা, মোৰ সকলো, সকলো আছিল। তেনে এজনী মানুহক মই বাৰু কেনেকৈ দুখ দিবলৈ যাম। ই জানো তাইৰ প্ৰতি মোৰ বিশ্বাসঘাতকতা নহব? আজি যদি তাই মোক অভিশাপ দি যায়, তহঁতক শাও দি যায়, তাৰ ফল সঁচাকৈ বৰ মাৰাত্মক হ'ব তথা-পিও তহঁতে বিচাৰিছ যেতিয়া মোৰ ৰাজী হোৱাৰ বাহিৰে উপায় নাই। তই (ঘেণীয়েকক উদ্দেশ্য কৰি) কালি পুৱাই লাউপানী লৈ দাৰজা বুঢ়াৰ তাত শুভ দিন বাৰ চাই আহিবি। হে ভগবান (নিজে নিজে) তুমি মোক এই দিনলৈকেহে জীয়াই ৰাখিছিল নে? বুঢ়া বয়সত মই এইবোৰ কি দেখিবলৈ ওলাইছো? মোক তুমি আজি ৰাতিয়েই মাৰি নিয়া।"

পেনজেই কথা শেষ কৰি মদৰ পাত্ৰত হাত দিলে। চক-চকৈ মদখিনি মুখত বাকি দিলে আৰু খালি পাত্ৰ খিনি আগৰ ঠাইত থৈ ঘৈণীয়েকক উদ্দেশ্য কৰি কলে, "মোক বিচনা পাৰি দে।"

আজোমে উঠি গৈ বিচনা পাৰি দিলে।

কাপোৰ-কানি নোখোলাকৈয়ে পেনজে বিচনাত বাগৰি পৰিল। কিছুসময় মৌন অবলম্বন কৰাৰ পাছত শোৱাৰ পৰা মূৰ নোতোলা-কৈয়ে ক'লে, "ভাত মই নাখাওঁ। কিন্তু লাউপানী উলিয়াই মোৰ পাত্ৰত থৈ দিবি।"

# ৯

পিছদিনা পুৱাই এচুঙা মদ লৈ আজোম দাৰজা বুঢ়াৰ কাষ চাপিল। আজোমে তাইৰ আগমনৰ উদ্দেশ্য সকলো বিবৰি ব্যক্ত কৰিলে। দাৰজা বুঢ়াই সকলো শুনি গ'ল। আজোম বা অন্য কোনোবা মানুহে এনে এটা উদ্দেশ্য লৈ এদিন যে তাৰ কাষ চাপিব সেই কথা সি কোনো দিনে সপোনতো ভবা নাছিল। আজোমৰ উদ্দেশ্য শুনি দাৰজা বুঢ়াই বৰ আচৰিত পালে। কথাটো শুনি সি ভালো নাপালে। দাৰজা বুঢ়াই এনে এটা নিয়ম সমাজত প্ৰচলিত আছে সেই কথা জানে, কিন্তু তাৰ জীৱনত এই ৰীতিৰ পুনৰাবৃত্তি কৰা দেখা নাই। অন্য মানুহ হোৱা হলে দাৰজা বুঢ়াই আজোমৰ অনুৰোধ ৰক্ষা নকৰিলেহেঁতেন, কিন্তু পেনজে তাৰ লগে গলে লগা বন্ধু বাবে সি সেই অনুৰোধ উপেক্ষা কৰিব নোৱাৰিলে। দাৰজা বুঢ়াই শুভ দিন এটা চাই দিলে।

আজোমে সেই দিনাৰ পৰাই প্ৰয়োজনীয় বস্তু যোগাৰ কৰাত লাগি গ'ল। ডাঙৰ বোৱাৰীয়েকক লাউপানী সিজাবলৈ লগাই দিলে, গাওঁৰ তিনিজনীমান ছোৱালীক মাতি আনি ধান খুন্দা, মাকৈ শুৰি কৰা আদিত লগাই দিলে।

ইকাণ সিকাণ কৰি গাওঁৰ ভিতৰত পেনজেহঁতৰ আগন্তুক অভিযানৰ বাতৰি বিয়পি পৰিল। কথাটো শুনি বহুতে বহুত ধৰণৰ মন্তব্য দিবলৈ আৰম্ভ কৰিলে। কিছুমানে পেনজেহঁতে কৰিবলৈ ওলোৱা কামৰ সমৰ্থন কৰিলে, কিছুমানে সমৰ্থন জনা-বলৈ টান পালে। বিশেষকৈ নতুন চাম মানুহে পেনজেহঁতৰ অভি-যানক ভাল চকুৰে চাব নোৱাৰিলে। কথাই কথাই এদিন দুই দলৰ মাজত কাজিয়া লাগিল। কাজিয়া বাঢ়ি গৈ গৈ প্ৰায় হতা-হতি হবৰ উপক্ৰম হ'ল। সমৰ্থনকাৰী দলৰ নেতা আছিল স্বয়ং দৰজি চেৰাং আৰু বিৰোধী দলৰ শুৰি ধৰিছিল নৰবু চিৰিং। নৰবু চিৰিং কলেজৰ ল'ৰা। গতিকে স্বাভাৱিকতে সি

আছিল এগ্লাঙ্কুকলীয়া ৰীতি-নীতি আৰু কুসংস্কাৰ সমূহৰ বিৰোধী। গাওঁখনৰ মানুহক যুগৰ লগত খোজ মিলাই কেনেকৈ আগবঢ়াই নিব পাৰি তাৰে চেষ্টাত নৰবু চিবিঙে অহৰহ যুজি ফুৰিছিল। তাতে দৰজি চেৰাওহঁতে পুৰণি কুসংস্কাৰ এটা কবৰৰ পৰা খান্দি উলিয়াই পুনৰ প্ৰচলন কৰিবলৈ যোৱাত নৰবু চিবিঙৰ দল জকি উঠিল। সিহঁতে দৰজি চেৰাওহঁতে অভিযান আৰম্ভ কৰিবলৈ যোৱাৰ আগত তাক বন্ধ কৰিবলৈ দৃঢ় পৰিপন্থী হৈ উঠিল। সেই উদ্দেশ্যে এদিন গধূলি নৰবু চিবিঙ আৰু দলৰ কেইজনমান ডেকা দৰজি চেৰাওহঁতৰ ঘৰলৈ গ'ল। নৰবু চিবিঙ ল'ৰাটো গহীন-গম্ভীৰ, কথাবোৰ জুখি মাখি কয় আৰু খুউব কমেই লোকৰ ঘৰলৈ যায়। সেইবাবে গাওঁত সি দাম্ভিক বুলি বদনাম থাকিলেও সকলোৱে তাক সমীহ কৰি চলে। নৰবু চিবিং আৰু কেইজন-মান ডেকা ল'ৰা ঘৰত সোমাই অহা দেখি পেনজেই আথেবেথে বহিবলৈ দিলে। আজোমে নৰবু চিবিং বহাৰ আগতে আথেবেথে দৌৰি গৈ আল্লনাৰ পৰা দলিচা এখন আনি জুহালৰ অন্য এটা মূৰত পাৰি দিলে। নৰবু চিবিঙে দলিচাত বহিবলৈ আপত্তি কৰিলে। কিন্তু আজোম আৰু পেনজেই সেই আপত্তি নুশুনিলে। নৰবু চিবিঙ অৱশেষত দলিচাৰ ওপৰত বহিব লগা হ'ল। বাকী ল'ৰা কেইজন তাৰ কাষত মজিয়াত শাৰী পাতি বহিল।

"কিমান দিনৰ ছুটিত আহিলি?" পেনজেই প্ৰশ্ন কৰিলে।

"পূজাৰ ছুটিত আহিছো, প্ৰায় এমাহৰ ছুটি বুলিব লাগে।"

"ঘৰত আহিলেও আমাৰ ফালে এপাকো নামাৰ! আজি যে কি মনত পৰি আহিলি কব নোৱাৰো।" পেনজেই আক্ষেপৰ সুৰত কলে।

"এনেই মই লোকৰ ঘৰলৈ খুউব কম যাওঁ, মোৰ সৰু কালৰ পৰা সেইটো অভ্যাস।" নৰবু চিবিঙে উত্তৰ দিলে।

নৰবু চিবিঙৰ কথা শুনি জুহালত পানীৰ পাত্ৰ তুলি থকা অৱস্থাৰ পৰা আজোমে ক'লে, "সৰু কালৰ অভ্যাস বুলি ত আমাক পাহৰি যাবি নেকি? অৱশ্যে পাহৰাটো স্বাভাৱিক।"

আজোমৰ কথা শেষ নৌহওঁতেই নৰবু চিবিঙৰ লগৰ ডেকা

এজনে মাজত সুধি পেলালে, দৰজি চেৰাও ঘৰত নাই নেকি ? আমি তেওঁক লগ ধৰিবলৈহে আহিছো ।

"জানো, তোমালোকে তাক বিচাৰি আহিছা বুলি আমি গম পাইছো । নহলে তোমালোকে জানো আমাৰ চোতালত কেতিয়াবা খোজ দি পাইছা ? " আজোমে তাইৰ অৰ্ধ সমাপ্ত কথা সমাপ্ত কৰিলে ।

"ঘোঁৰা বিচাৰিবলৈ গৈছে ।" পেনজেই সিহঁতৰ জিজ্ঞাসা পূৰণ কৰিলে ।

"এতিয়াও আহি নাপালে যে ।"

"ঘোঁৰা বিচাৰি পোৱা নাই হবলা, নহলে ইমান দেৰি হব নালাগে দেখোন ? পিছে তাৰ লগতনো কি কথা আছিল ?" পেনজেই সুধিলে ।

"নাই বিশেষ একো কথা নাছিল," লগৰ এজনে ক'লে ।

"লাজ কৰিছা কিয় ? কোৱাচোন নৰবু, তোমালোকে কি কাৰণে আহিলা ?" পেনজেই লাগি ধৰিলে ।

"এটা সাধাৰণ কথাহে সুধিবলৈ আহিছিলো ।" মানে আপোনালোক য়োকমূলৈ কেতিয়া যাব তাৰ খবৰ লৈ যাম বুলি আহিছিলো ।

পেনজেই ডেকা কেইজনৰ মুখ ভালদৰে পৰীক্ষা কৰি চালে । তাৰ পাছত ক'লে, "পাঁচদিন আছে ।"

নৰবুৱে এইবাৰ পোনপটীয়াভাবেই সুধিলে, "আপোনালোকে যে এইটো কাম কৰিবলৈ ওলাইছে তাৰ বাবে আপোনালোকে ভালদৰে ভাবি চাইছেনে ? তাৰ দ্বাৰা আপোনালোকৰ কিবা লাভ হব বুলি ভাবেনে ?"

"আমি ভালদৰেই ভাবি চাই কামটো কৰিবলৈ ওলাইছো । লাভ-লোকচানৰ কথা ইয়াত নুঠে ।"

"লাভ নিশ্চয় আছে বাবেই আপোনালোকে সেইটো কাম কৰিবলৈ ওলাইছে বুলিয়েই আমাৰ বিশ্বাস, কিন্তু তাৰ দ্বাৰা সমাজত কেনে ধৰণৰ আঘাত লাগিব সেই কথা আপুনি জানেনে ?" অন্য এজন ডেকাইসুধিলে ।

পেনজে কিছুপৰ মনে মনে থাকিল।

"সমাজৰ লাভ-লোকচান লৈ আমি মূৰ নঘমাওঁ। আমি যি কৰিছো সেইয়া আমাৰ নিজৰ ঘৰৰ মামলা, তাত কাৰো মাত মাতিবৰ অধিকাৰ নাই।" আজোমে প্ৰায় বিৰক্তিৰে ক'লে।

"ঘৰুৱা মামলা হলেও ইয়াত সমাজৰ স্বাৰ্থও জড়িত হৈ আছে। আপোনালোকে মৃত ৰীতি এটাক কবৰৰ পৰা খান্দি উলিয়াই তাক পুনৰ প্ৰচলন কৰিবলৈ ওলাইছে।" নৰবুৱে ক'লে।

"সমাজৰ ভালৰ বাবেই সেইবোৰ ৰীতি-নীতি উলিওৱা হৈছিল। গতিকে আমাৰ ককা-আইতাৰ দিনত উলিয়াই থৈ যোৱা ৰীতিক আনি কেনেকৈ বেয়া বুলি ঠেলি পেলাও?"

"সঁচা কথা, আমি আমাৰ ককাদেউতাহঁতৰ দিনৰ ৰীতি-নীতিক দলিয়াই পেলোৱা উচিত নহয়। কিন্তু আপুনি ভাবি চাইছেনে সেই যুগৰ লগত আজিৰ যুগৰ কিমান পাৰ্থক্য? সেই যুগৰ মানুহ আৰু আজিৰ মানুহ একে জানো? ককা-আইতাহঁতৰ দিনত বেমাৰ হলেও ঔষধ-পাতি আনিৰ প্ৰয়োজন নাছিল, টকা-পইচা নোহোৱাকৈয়ে ঘৰ সংসাৰ চলাই যাব পাৰিছিল। আপুনি আজিৰ যুগত তেনেদৰে চলিব পাৰিবনে?" নৰবুৱে সুধিলে।

পেনজেই সেমেনা-সেমেনি কৰি ক'লে, "নোৱাৰো, সেই দিনৰ লগত আজিকালিৰ তুলনাই নহয়।"

নৰবুৱে মাতত দৃঢ়তা আনি কবলৈ আৰম্ভ কৰিলে, "নোৱাৰে, কাৰণ তেওঁলোকৰ দিনৰ সমাজৰ লগত আমাৰ সময়ৰ সমাজৰ বহুখিনি পাৰ্থক্য আছে। তেওঁলোকৰ চিন্তাধাৰা আমাৰ চিন্তা-ধাৰাতকৈ বেলেগ আছিল। সেই সময়ৰ সমাজত যি নিয়ম ভাল বুলি তেওঁলোকে বিবেচনা কৰিছিল তাকেই তেওঁলোকে কাৰ্য্যকৰী কৰি গৈছিল, তেওঁলোকৰ পাছৰ পুৰুষেও বিশেষ নভবা নিচিন্তাকৈ তাকে নকল কৰি গ'ল। পুৰুষানুক্ৰমে তেনেদৰে নকল কৰি যোৱাৰ ফলত সমাজত একোটা ৰীতি-নীতিৰ সৃষ্টি হ'ল। মানুহে নিজৰ বিবেচনা শক্তিৰে তাক বিশ্লেষণ কৰি চোৱাৰ

প্ৰয়োজনীয়তা অনুভব নকৰি গড্ডালিকা প্ৰবাহত উটি গ'ল। ফলত যুগৰ লগত সমাজ, সমাজৰ লগত প্ৰচলিত ৰীতি-নীতি খাপ নোখোৱা হৈ পৰিল। যুগৰ লগে লগে ন ন চাম পুৰুষ আহিল, কিন্তু সমাজ থাকিল সেই একেটাই, তাৰ নীতি-নিয়মো থাকিল সেই একেটাই। কিন্তু কিমানদিন আমি সেই এলান্ধু-কলীয়া ৰীতি-নীতিক সাৱটি ধৰি থাকিম? আজি যুগৰ অদ্ভুত পৰিবৰ্তন হৈছে। বিশেষকৈ এই পৰিবৰ্তনৰ ঢৌ আমাৰ জনজাতীয় সমাজত বাৰুকৈ আহিব লাগিছে। বাহিৰা জগতক এৰি আমি অকলশৰে থাকিব নোৱাৰো। গতিকে বহিৰ্জগতৰ লগত মিলিবলৈ গলে আমিও আমাৰ সমাজক অধিক দোষমুক্ত, কুসংস্কাৰমুক্ত আৰু সৰ্বসুন্দৰ কৰি তুলিব লাগিব। তাৰ বাবে আমি আমাৰ মাজত প্ৰচলিত কিছুমান কু-ৰীতি-নীতিক এৰিব লাগিব। আপোনা-লোকে যি কাম কৰিবলৈ ওলাইছে সেইটোও আমাৰ সমাজত প্ৰচলিত কু ৰীতি এটা, তেনে এটা ৰীতি পুনৰ প্ৰচলন নকৰাই সমাজৰ বাবে মঙ্গল বুলি মই ভাবো।

বহুত সময় পেনজেই নৰবু চিৰিঙৰ কথা তন্ময় হৈ শুনি আছিল। নৰবুৰ কথা শেষ হোৱা দেখি পেনজেই মাত উলিয়ালে; "তোমাৰ কথা শুনি বৰ ভাল লাগিছে। মোৰ ভাল লাগিছে এইকাৰণেই যে তেনে কথা ভবা ডেকা ল'ৰা আমাৰ সমাজতো ওলাইছে। মোৰ ভাগিন প্ৰেমটাছিয়েও বৰ সুন্দৰ সুন্দৰ কথা কয়। কিন্তু দৰজি চেৰাঙে হলে তেনে কথা কোৱা মই আজি লৈকে শুনা নাই। মোৰ আগত নকৈ লোকৰ আগত কৈছে নেকি নাজানো। এই কাম কৰিবলৈ মোৰাত মোৰো সিমান ইচ্ছা নাছিল। দৰজি চেৰাঙৰ কথা মই পেলাব নোৱাৰিলো কাৰণেই কৰিবলৈ ওলাইছো। তোমালোকে জানাই প্ৰেমটাছিৰ মাক মোৰ একমাত্ৰ বাইদেউ বুলি। বাইদেউৰ প্ৰতি সেইকাৰণেই মোৰ অসীম ভালপোৱা আৰু মৰম আছে। তেনেস্থলত কামটো কৰিবলৈ ওলাই মই মুঠেই শান্তি পোৱা নাই। তোমালোকেই দৰজি চেৰাঙক বুজাবাচোন। সি যদি মান্তি হয় তেন্তে ময়ো মান্তি আছো।"

নবৰু চিৰিঙে পেনজেৰ কথা শুনি বৰ আনন্দ পালে। নিজৰ অভিযান সফল হোৱাৰ আশা দেখি মনটো তাৰ আনন্দৰে ভৰি পৰিল। আজোমে দিয়া লাউপানীৰ পাত্ৰটো শেষ কৰি সি যাবলৈ উঠি ক'লে, "আপোনাৰ কথা শুনি আজি বৰ ভাল লাগিল। আপোনালোক বুঢ়ামানুহে বাট নেদেখুৱালে আমি ডেকা ল'ৰা-বোৰে সমাজৰ কি উন্নতি কৰিব পাৰো। আপোনালোকেই আমাক বাট দেখুৱাব লাগিব। আহো বাক দেউতা, মা।"

নবৰু চিৰিঙৰ দল গুছি গ'ল।

ৰাতি শুবৰ সময়ত দৰজি ফুৰুৱে আহি নবৰু চিৰিঙক ক'লে, "তোক দৰজি চেৰাঙে মাতিছে।"

"কলৈ ?"

"কাকলিঙ * ৰ কাষলৈ, সি তোৰ কাৰণে তাত বাট চাই আছে।"

"কিয় ?"

"কথা আছে।"

নবৰু চিৰিঙ যাবলৈ ওলাল। নবৰু চিৰিঙ ওলোৱা দেখি লগৰ তিনিটামান ডেকাও ওলাল।

"তোক অকলে মাতিছিল," দৰজি ফুৰুৱে ক'লে।

"মই অকলেই যাম, তহঁত যাব নালাগে।" লগৰ ডেকা-কেইজনক নবৰু চিৰিঙে হাক দিলে।

নবৰু চিৰিঙ আৰু দৰজি ফুৰু ওলাই গ'ল। পাছে পাছে ডেকা কেইজনো আন্ধাৰৰ আঁৰ লৈ আগবাঢ়ি গ'ল।

আন্ধাৰৰ মাজত দৈত্যৰ দৰে দৰজি চেৰাঙ আৰু এজন ডেকা থিয় হৈ নবৰু চিৰিঙৰ বাবে বাট চাই আছিল। নবৰু চিৰিঙ ওচৰ চাপিলত দৰজি চেৰাঙে কঠিন মাতেৰে সুধিলে— "আহিলি ?"

শান্ত স্বৰেৰে নবৰু চিৰিঙে উত্তৰ দিলে—"আহিলো, কিয় মাতিলি মোক ?"

---

* কাকলিঙ : গাওঁৰ মুখ্য তোৰণ

আগৰ দৰে এনেকে হুটা মাতেৰে দৰজি চেৱাঙে সুধিলে, "আমাৰ ঘৰত কি কৰিবলৈ গৈছিলি ?"

"তোক লগ পাম বুলি গৈছিলো।"

"কিয় ?"

"তোৰ লগত কাম আছিল, কিন্তু তোক লগ নাপালো। এতিয়া লগ পাই ভালেই হ'ল।"

"তোৰনো কি কাম আছিল মই জানো। কিন্তু সেইবোৰ মোৰ দ্বাৰা নহব বুজিছ ?"

"তই কথাটো বুজা নাই শুন ..."

"তোৰ কোনো কথা মই নুশুনো," নৰবু চিৰিঙক কথা কবলৈ নিদি দৰজি চোৱাঙ মাজতে গজি উঠিল, "যত সব দালালিৰ দল, মই তহঁতৰ একো অন্যায় কৰা নাই। তহঁতৰ পাতৰ ভাত কাঢ়ি খাবলৈও যোৱা নাই, তহঁতৰ প্ৰেমিকাহঁতৰ লগত শুবলৈও যোৱা নাই। যদি আমাৰ কামত বাধা দিবলৈ আহ তেন্তে কথা বেয়া হব, মনত ৰাখিবি।"

নৰবু চিৰিঙে হাঁহি মিহলি স্বৰেৰে উত্তৰ দিলে, "তই আকৌ আমাৰ পাতৰ ভাত কাঢ়ি খাবলৈ যাবি কিয় ? আমাৰ প্ৰেমিকা-হঁতৰ লগত শুবলৈও বা কিয় যাবি ?"

"কি কলি, কি কলি ? আকৌ এবাৰ কচোন।" আক্ৰমণাত্মক ভঙ্গীৰে দৰজি চেৱাঙে সুধিলে।

দৰজি চেৱাঙৰ আক্ৰমণাত্মক ভঙ্গী দেখি নৰবু চিৰিঙ আশ্চৰ্যত বোবা হবৰ উপক্ৰম হল। সি বুজিলে দৰজি চেৱাঙৰ উদ্দেশ্য মুঠেই সৎ নহয়।

"মোক নপুংসক বুলি ঠাট্টা কৰিছ ?"

"মইনো কি কলো ?"

"কিয়, আমাৰ প্ৰেমিকাহঁতৰ লগত শুবলৈ কিয় যাম বুলি তই এইমাত্ৰ কোৱা নাছিলি ?"

"কৈছিলো, কিন্তু তই নিজে কথাটো আগতে উলিয়াইছিলি।

"ফাঁকি নিদিবি। মই ক'ত কৈছিলো সেই কথা ?"

"কৈছিলি।" নৰবু চিৰিঙে ক'লে।

"মই- কৈছিলো হয়, সেই বুলি তই কিয় কলি এই কথা ক, কিয় কলি ?" দৰজি চেৰাঙে দাঁত কৰচি নৰবু চিৰিঙৰ বুকুৰ কাপোৰত খামুচি ধৰিলে।

তেনেতে নৰবু চিৰিঙৰ পাছে পাছে অহা ডেকা তিনিজন তাত আহি উপস্থিত হ'ল। ইমান সময়ে সিহঁতে লুকাই থাকি নৰবু চিৰিঙ আৰু দৰজি চেৰাঙৰ তৰ্ক-বিতৰ্কবোৰ চাই আছিল। নৰবুৰ বুকুৰ কাপোৰত দৰজি চেৰাঙে খামুচি ধৰা দেখি সিহঁত ওলাই আহিল। এজন ডেকাই দূৰৰ পৰাই চিঞৰ দিলে, "এৰি দে নপুংসক, এৰি দে। নহলে কথা বিষম হব।" আন এজনে দৌৰি আহি দৰজি চেৰাঙৰ হাতখন এৰুৱাই দিলে। লগে লগে নৰবুৰ বুকুৰ কাপোৰ এবখলা ফালি দৰজি চেৰাঙৰ হাতৰ মুঠিত বৈ গল। অন্য এজন ডেকাই জেওবাৰ পৰা এডাল কাঠ লৈ দৌৰি আহিল।

"তহঁতে একো নকৰিবি। মাৰ-পিট কৰি কি লাভ ? বল আমি উভতি যাওঁ।"

"নাই আজি সিহঁতক এশিকনি দিহে থাম" লগৰ ডেকাজনে লাঠিডাল জোকাৰি জোকাৰি ক'লে।

"আমি মাৰ-পিট নকৰো বুলি কৈছো নহয়, নকৰো। বল, বল উভতি বল।" নৰবু চিৰিঙে লগৰ ডেকা কেইজনক তাৰ পৰা জোৰ কৰি ঘৰৰ ফালে ওভতাই লৈ গ'ল।

"তাক আজি ভাল পিটন এটা দিব লাগিছিল।" এজন ডেকাই গৈ থাকোঁতে মন্তব্য কৰিলে।

"মানুহটো আগত তেনেকুৱা নাছিল। সি বৰ তললৈ নামি গ'ল।" অন্য এজনে মন্তব্য কৰিলে।

"তাৰ দৰে অৱস্থাত পৰিলে আমিও ঠিক তেনেকুৱা আচৰণেই কৰিলোহেঁতেন। কিন্তু মানুহ হিচাপে সি খুউব ভাল। প্ৰতিশোধৰ ভাবনাত সি প্ৰায় আধা পাগলৰ দৰেই হৈ পৰিছে। পাছত সি নিজে অনুতাপ কৰিব চাই থাকিবি।" নৰবু চিৰিঙে ক'লে।

শিং ধৰাই থকা অৱস্থাৰ পাছতো নৰবু চিৰিঙক নাপায় দৰজি চেৰাঙে কিছু সময় অসভ্য কথাৰে গালি-শপনি পাৰি থাকিল। তাৰ পাছত অন্য এটা বাটেৰে লগত অহা দুজন ডেকাৰ সৈতে সি ঘৰলৈ ঘূৰি গ'ল।

# দহ

পেনজেহঁতে দলেবলে আহি য়োকম্‌ গাওঁৰ কাষত বাঁহৰ পাতিলে। দলটোত পুৰুষ-মহিলা মিলি প্ৰায় পঁচিশ জনমান মানুহ আছিল। পেনজেৰ ঘৰৰ পৰা আজোম আৰু সৰু ল'ৰা তিনিটা ঘৰত থাকি গ'ল। কিন্তু দলৰ লগত অহা ছোৱালীবিলাকক তদাৰক কৰিবলৈ ডাঙৰ বোৱাৰীজনী আহিল। দলৰ মানুহ-বিলাকৰ ভিতৰত দুজন মানুহ বাদে সকলো পেনজেৰেই অঙহী বঙহী আৰু গোষ্ঠীৰ মানুহ আছিল। এনে এটা কাম কৰিবলৈ ওলাওঁতে নিজৰ গোষ্ঠীৰ মানুহৰ সহায় নহলে নচলে, গতিকে ৱাংজা গোষ্ঠীৰ বহা বহা মানুহ কেইজনমানক লগত লোৱা হ'ল। লগতে অন্য গোষ্ঠীৰ পৰা কথা কৱ পৰা চাই দুজন মানুহ লগত লোৱা হ'ল। তাৰে এজনৰ নাম হ'ল ৱাংদি মিজিজি আৰু আন জনৰ নাম দাৰগ্যা মেঁগেজি। মাজৰ মানুহ হিচাপে কাম কৰাত ৱাংদি মিজিজিৰ খ্যাতি আৰু অভিজ্ঞতা আছে। তদুপৰি মানুহ জন বিশ্বাসযোগ্য। তেওঁ কথাবোৰ ভালদৰে সাজি ক'ব পাৰে আৰু ইটো দলৰ কথা সিটো দলৰ কাণত সঠিক ভাবে পোৱাই দিব পাৰে। দাৰগ্যা মেঁগেজি এই কামত নবাগত যদিও তেওঁৰ দেউতাকো এই ক্ষেত্ৰত পাকৈত আছিল।

পেনজেহঁত যে আহিব সেইকথা আগতেই কেজাওহঁতৰ ঘৰলৈ খবৰ পঠোৱা হৈছিল। খবৰ শুনি কেজাও প্ৰথমতে বল্লাহঁত মানুহৰ দৰে থৰ হৈ গ'ল। কথাটো ল্যম দৈমাৰ কাণত পৰাৰ লগে লগে তাই কন্দাকটা কৰিবলৈ আৰম্ভ কৰিলে। পেনজেই নিজৰ গোষ্ঠীৰ মানুহ গোটাই দিহা পৰামৰ্শ লগে আৰু আগন্তুক

খ্লা * গ্ৰহণ কৰিবৰ কাৰণে সাজু হৈ থাকিল খবৰ পায়েই প্ৰেমটাঙ্কিও ঘৰত আহি উপস্থিত হ'ল।

অৱশেষত পেনজেহঁতে নিৰ্দিষ্ট দিনত য়োকম্ গাওঁৰ কাষত আহি বাঁহৰ পাতিলে। সেইদিনা ৰাতি পেনজেহঁতৰ কেম্পৰ পৰা এজোৰ জুই লৈ দুজন খ্লাপো * কেজাঙহঁতৰ ঘৰত সোমাই আহিল। খ্লাপোৱাংদি আৰু দাৰগ্যাক আগৰ পৰা নিৰ্দিষ্ট কৰি থোৱা আসনত বহিবলৈ দিয়া হ'ল বহিয়েই ৱাংদিয়ে কথাৰ পাতনি মেলিলে; "আমাৰ লগত আপোনালোকৰ কোনো শত্ৰুতা নাই, পেনজেহঁতৰ লগতো কোনো শত্ৰুতা নাই। গাওঁৰ ভিতৰত কথা ক'ব পৰা মুখ এটা আমি দুই মানুহৰ আছে বুলিয়েই আপত্তি কৰা স্বত্বেও আমাক মাজৰ মানুহ হিচাপে ধৰি লৈ আহিল। এইয়া মোৰ সন্মুখত থাপগে লাম্ * আছে, ঘৰখনৰ লক্ষ্মী আছে, তেওঁলোকৰ আগত আমি প্ৰতিজ্ঞা কৰিছো, আমি অকণো সালসলনি নকৰাকৈ আমি দুয়ো পক্ষৰ কাণ চোৱাম। মাজৰ মানুহ হৈ অহাৰ কাৰণে আমাক যেন বেয়া নাপায়; বিচাৰৰ পাছতো যেন আমাৰ মাজৰ সম্বন্ধ আগৰ দৰে মধুৰ হৈ থাকে, তাকে মই আমাৰ ফালৰ পৰা আপোনালোকক অনুৰোধ জনাইছো।"

ইমান সময়ে পেনজেই মূৰ দুপিয়াই দুপিয়াই মুখেৰে হয় হয় বুলি উচ্চাৰণ কৰি ৱাংদিৰ কথাত সমৰ্থন দি গৈ আছিল। ৱাংদিৰ কথা শেষ হোৱা দেখি এইবাৰ পেনজেই আৰম্ভ কৰিলে; 'হয়তো, আপোনালোক অভিজ্ঞ মানুহ, এইবোৰ কাম যদি আপোনালোকেই নকৰে তেন্তে কৰিব কোনে? আপোনালোকৰ দৰে অভিজ্ঞ আৰু বিশ্বাসী মানুহ পায় আমি সুখী হৈছো আৰু কথা

---

* খ্লা: বিচাৰ বা কাজিয়াৰ মীমাংসাৰ সময়ত এক পক্ষই অন্য পক্ষলৈ মাজৰ মানুহৰ হতুৱাই যি কথা কৈ পঠায় তাকে খ্লা বোলে।

* থাপগে লাম্: পাকশালৰ দেৱী।

* খ্লাপো: মাজৰ মানুহ।

দিছো, বিচাৰৰ শেষতো আমাৰ মাজৰ মধুৰ সম্বন্ধ মধুৰ হৈয়েই থাকিব।

সূচনা পৰ্ব শেষ হোৱাৰ পাছত এইবাৰ ৰাংদিয়ে ক'লে, সঠিক শব্দত মই কব নোৱাৰো যদিও এইখিনি কথা পেনজ্ঞেই মোক কৈ পঠাইছে। "আমাৰ দুই ঘৰৰ সম্বন্ধ অতীত কালৰ পৰা চলি আহিছে, চলি আছে আৰু চলি থাকিব। স্বামী-স্ত্ৰীৰ মাজতো কেতিয়াবা কথা কটা-কটি হয়, ভাই-ককাইৰ মাজতো মাৰ-পিট হয়, তথাপিও পাছলৈ গৈ পুনৰ মিলা-প্ৰীতি হয়। আমি আপোনালোকৰ লগত কাজিয়া কৰিবলৈ অহা নাই, শত্ৰুতা আচৰণ কৰিবলৈও অহা নাই। সমাজৰ নিয়ম অনুসৰি আমি মাথো এটা সু-কাৰ্য সমাধা কৰিবলৈ আহিছো। শান্তিৰেই আমি সেই কামটো সমাধা কৰিব বিচাৰো। আশাকৰো আপোনালোকৰ পৰা আমি কোনো বাধা বিঘিনি নাপাম আৰু কামটো সুকলমে সমাধা হোৱাত সহায় পাম।"

উত্তৰ হিচাপে কবলৈ বুলি কেজাঙে এনেদৰে কৈ পঠালে, আপোনালোকে (ৰাংদি আৰু দাৰগ্যাক উদ্দেশ্য কৰি) এনেদৰে কব, আপোনালোক কষ্ট কৰি ইয়ালৈ অহাৰ বাবে আমি ধন্যবাদ জনাইছো। আপোনালোকৰ লগত আমাৰ কোনো শত্ৰুতা নাই, বেয়া ভাবো নাই, গতিকে আপোনালোকে যি উদ্দেশ্যৰে ইয়ালৈ আহিছে সেই উদ্দেশ্য পূৰণ হোৱাত আমি পাৰ্যমানে সহায় কৰিম বুলি কথা দিছো। কিন্তু আপোনালোকেনো কি উদ্দেশ্য লৈ ইয়ালৈ আহিলে সেই কথা জানিবলৈ দিলে আমি নথৈ কৃতজ্ঞ হম।"

নুমাই যাব খোজা জোৰ জুইত সৰল গছৰ এচটা কাঠ লগ লগাই ৰাংদি আৰু দাৰগ্যা ওলাই গ'ল। ওলাই যোৱাৰ প্ৰায় বিশমিনিট মান সময়ৰ পাছত তেওঁলোক পুনৰ উভতি আহিল। এইবাৰ থিয় হৈ থাকিয়েই ৰাংদিয়ে সিপক্ষৰ পৰা কৈ পঠোৱা বক্তব্য পেচ কৰিলে, "আমি অহাৰ উদ্দেশ্য আপোনালোকৰ অবিদিত নহয়। কথাতেই কয়, ঘৰত বাখি থোৱা ছোৱালী আৰু এৰাল নিদিয়া ঘোঁৰা একে। সেইবুলি ভাবিয়েই আপোনালোকে হাত ধৰাত আমাৰ ভগ্নী লাম দৈমাক আপোনালোকৰ

তালৈ দিয়া হ'ল। নিজৰ কাঁড় লগা পহুক চিকাৰীয়ে পাছে পাছে খেদিবলৈ নেৰে, এবাৰ যি ঠাইত হাবিকাটি মানুহে জুমখেতি কৰে, সেই ঠাই হাবি হলেও পুনৰ কাটি জুমখেতি কৰিবলৈ মানুহে নাপাহৰে, তেজ আৰু মাংসৰে গঠিত মানুহ হিচাপে ভগ্নী ঘৰ বুলি আমিও ভগ্নী ঘৰত নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ নাপাহৰো। ভাবিছিলো, মোমায়েক হৈ ভাগিনহঁতৰ পৰা বনৰীয়া গাহৰিৰ মূৰ খাবলৈ পাম, ভালুকৰ মূৰ খাবলৈ পাম, কিন্তু আমাৰেই দুৰ্ভাগ্যৰ বাবে নে আপোনালোকৰেই সৌভাগ্যৰ গুণে সেইয়া নহল। আমাৰ তাৰ বাবে কোনো আক্ষেপ নাছিল। কাৰণ গাহৰিৰ মূৰৰ সলনি আমি ভাগিনীয়েক সকলৰ হাত বিচাৰিছিলো আশা কৰিছিলো সিহঁতৰ হাতৰ পৰা ছিনাং * খাম। কিন্তু আমাৰ আশা নিৰাশাত পৰিণত হ'ল। আমি এতিয়া মোমায়েক সকলৰ ভাগিন-ভাগিনী সকলৰ ওপৰত যি দাবী থাকে সেই দাবী লৈ আহিছো। আমি বিচাৰি আহিছো বনৰীয়া গাহৰিৰ মূৰ, ভালুকৰ মূৰ।

"চৰকাৰৰ দিন পৰিছে বুলি আজিকালিৰ ল'ৰা-ছোৱালীবোৰক স্কুলত পঠাব লগা হ'ল। স্কুলত থাকি সিহঁতে আমাৰ নিজৰ আদব কায়দা, কাম-বন আদি পাহৰি পেলালে। সিহঁতে হাতত ধনু-কাঁড় লোৱা দূৰৰ কথা, ক'কালৰ টঙালিত দা নোলোৱা হ'ল, মূৰত টুপী নিপিন্ধা হ'ল, বোৱা কটা কৰিবলৈ পাহৰি পেলালে। ফলত মাক দেউতা, ককা আইতা, মোমাই-মামী কোনোৱেই সিহঁতৰ পৰা মাংস খাবলৈ পাম, মাছ খাবলৈ পাম বুলি আশা কৰিব নোৱাৰা হ'ল। এনে স্থলত আমি আপোনালোকক কোন সতেৰে সন্তুষ্ট কৰিম ভাবি পোৱা নাই। আপোনালোকক কেনেদৰে সন্তুষ্ট কৰিব লাগে সেই কথা অনুগ্ৰহ কৰি কৈ পঠালে নথে কৃতজ্ঞ হম। "কৈজাওে কৈ পঠালে।"

তাৰ উত্তৰ আহিল এনেদৰে, 'সেইবুলি আ মি গাহৰিৰ মূৰ, ভালুকৰ মূৰ নোখোৱাকৈ থাকিব নোৱাৰো। যেনেতেনে হলেও

---

* ছিনাং :- ঋণ, মা দেউতাক তথা সম্বন্ধীয়া ভাওৰ জনক গা খাটি পৰিশোধ কৰা ঋণ।

আমাক গাহৰি-ভালুকৰ মূৰ খাবলৈ দিয়ক।"

"গাহৰি-ভালুকৰ মূৰৰ সলনি দিব পৰা আমাৰ এতিয়া কেৱল এজনী ছোৱালীহে আছে, আপোনালোকৰ উপযুক্ত বয়সৰ ল'ৰা যদি আছে, তেন্তে তাইক নিয়াত আমাৰ কোনো আপত্তি নাই।"

"আমাক আপোনালোকৰ ছোৱালী নালাগে। নিজৰ ছামু বুলি আপোনালোকৰ ছোৱালী নি আপোনালোকে আমাক যি নগুৰ নাগতি কৰিলে তাৰ পাছৰ্ত আমাৰ আৰু সেইবোৰলৈ মন নোযোৱা হৈছে। পৃথিৱীত সকলো বস্তুৰেই আকাল পৰিলেও ছোৱালীৰ আকাল নপৰে; আমি ইচ্ছা কৰিলে আপোনালোকৰ ছোৱালীতকৈ ৰূপে গুণে, কামে-বনে সকলোতে শ্ৰেষ্ঠ ছোৱালী বোৱাৰী কৰি আনিব পাৰো। আপোনালোকৰ ছোৱালী আনি আমি পুনৰ ঠোকোনাত গাল যাব নোৱাৰো। আপোনালোকৰ ঠেঙে হাতে জপিওৱা ছোৱালী আনি আমি ঠেঙৰ ওপৰত ঠেং তুলি খাব বিচৰা নাই।

পেনজেহঁতৰ দাম্ভিকতা ভৰা কথাশুনি কেজাও মনে মনে ক্ষুণ্ণ আৰু অসন্তুষ্ট হৈ পৰিল। এনে কথা শুনি প্ৰেম টাছিৰ তেকামন খঙত জ্বলি উঠিল। তাৰ ইচ্ছা গ'ল সিয়ো যেন তেনে টান টান কথাৰে প্ৰত্যুত্তৰ দিব, কিন্তু পাছ মুহূৰ্ত্তত এটা কথা ভাবি তাৰ মন সেমেকি গ'ল। সি যদি ক্লিমাক দৰজি চেৰাঙৰ বাবে এৰি দিয়াহেঁতেন্। তেনেহলে আজি এনে কটু কথা শুনিব লগাত নপৰিলেহেতেন। তাৰ কাৰণেই এই সকলোবোৰ হবলৈ পালে। যত অনৰ্থৰ মূল সিয়েই। ভাবি থাকোতেই দেউতাকে প্ৰত্যুত্তৰ দিয়া সি শুনিবলৈ পালে, "আপোনালোকে কি উদ্দেশ্যৰে ইয়ালৈ আহিছে আমি সকলো গম পাইছো, তথাপিও আপোনালোকে নিজ মুখেৰে স্পষ্টভাৱে অহাৰ উদ্দেশ্য জনাই দিলে আমি নধৈ বাধিত হম।"

ৰাংদি আৰু দাৰণ্যা খাবলৈ ওলাইছিল মাএ, তেনেতে কুকুৰাই ডাক দি উঠিল।

বাংদিয়ে কুকুৰাৰ ডাক শুনি ক'লে, "কুকুৰাই ডাক দিলে। আৰু অলপ পাছতেই সূৰ্য উদয় হব। আজিলৈ কথা ইমানতেই থাকক। কাইলৈ গধূলি আমি পুনৰ আহিম।"

বাংদি আৰু দাৰগ্যা ওলাই গ'ল।

কুকুৰাই দ্বিতীয়বাৰৰ বাবে ডাক দিলে।

# প্ৰত্যাৰ

পাছদিনা প্ৰায় দহটামান বজাত প্ৰেমটাছিয়ে সাৰ পালে। হাত মুখ ধুই লাওাই আনি দিয়া লাউপানী খালে। তাৰ পাছত ঘৰৰ পৰা ওলাই গ'ল। লুও-লুভীয়া বাটেদি সি হাবিৰ ফালে আগবাঢ়ি গ'ল। হঠাৎ ওচৰৰ হাবিত খৰি কাটি থকা শব্দ সি শুনিবলৈ পালে। লগে লগে দুটা পুৰুষৰ অস্পষ্ট কণ্ঠস্বৰো ভাঁহি আহিল 'এই সময়ত মই অকলশৰে থাকিব বিচাৰো। সেই দুটা মানুহক এৰাই যাব লাগিব, নহলে সিহঁতে মোৰ মনৰ শান্তি নাইকিয়া কৰি দিব। সিহঁতে কি কথা সধি পেলায় একো ঠিক নাই।" কথাবোৰ ভাবি প্ৰেমটাছিয়ে বেগাবেগি ভাবে আগবাঢ়ি যাবলৈ ধৰিলে।

"যতে বাঘৰ ভয় তাতেই ৰাতি হয়" প্ৰেমটাছিয়ে এৰাই যাব খোজা স্বত্বেও হাবিৰ ফালৰ পৰা কোনোবাই তাক উদ্দেশ্য কৰি মাতিলে; "সেইফালে কোন যায়?"

শুনিও নুশুনাৰ ভাও জুৰি 'প্ৰেমটাছি আগবাঢ়ি গ'ল। প্ৰেমটাছিৰ পৰা কোনো উত্তৰ নাপায় মানুহজনে পুনৰ ডাঙৰ ডাঙৰকৈ চিঞৰিলে, "সেইফালে কোন যায় মাত নিদিয়ে কিয়?"

"মই। তহঁত কোন? 'প্ৰেমটাছিয়ে শেষত উপাই নাপায় উত্তৰ দিলে।

"মই মানে কোন?" পুনৰ প্ৰশ্ন আহিল।"

"মই। মাত শুনি চিনি পোৱা নাই নে কি"?

প্ৰেমটাছিৰ কথা শেষ হোৱাৰ লগে লগে মানুহ দুটাই জোৰে জোৰে হাহিঁবলৈ ধৰিলে। কিছুপৰৰ পাছত হাঁহি অলপ কমিল আৰু লগে লগে সেই একে মাত পুনৰ ভাঁহি আহিল, "অ আপুনি সেইফালে ক'লৈ যায়?"

প্ৰেমটাছিৰ খং বাককৈ উঠি আহিল। তথাপিও সি একো

নোকোৰাকৈ পুনৰ আগবাঢ়ি গ'ল ।

"খং কৰিছে কেলেই ? শুনকচোন, আপোনাৰ লগত বৰ ডাঙৰ কথা এটা আছে ।"

প্ৰেমটাছি এইবাৰ বৈ গ'ল । হাবি ফালি দৰজি চেৱাং আৰু দৰজি ফুঞ্চু নামৰ দৰজি চেৱাঙৰ বন্ধুটো ওলাই আহিল ।

"আপোনাৰ লগত জুইশলা আছেনে" ? দৰজি ফুঞ্চুৱে সুধিলে ।

"আছে ।" প্ৰেমটাছিয়ে জুইশলা এটা পকেটৰ পৰা উলিয়াই দৰজি ফুঞ্চুক আগবঢ়াই দিলে । কাণৰ গুৰিত গোৰা বিড়িৰ আধা টুকুৰা এটা উলিয়াই অগ্নি সংযোগ কৰি দৰজি ফুঞ্চুৱে দুটান্ মান মাৰিলে আৰু জুইশলাটো প্ৰেমটাছিৰ ফাললৈ আগুৱাই দি ক'লে "আপোনালোক ডাঙৰ মানুহ, সেইকাৰণে আপোনালোকে চিগাৰেট খায়, আমাৰ চিগাৰেট খাবৰ সামৰ্থ নাই বাবেই বিড়ি খাইছো । আপোনাৰ দৰে এজন ডাঙৰ চাহাবৰ আগত বিড়ি খোৱা কাৰণে বেয়া নাপাব আকৌ ।"

প্ৰেমটাছিয়ে উত্তৰ দিয়াৰ প্ৰয়োজন অনুভৱ নকৰিলে। প্ৰেমটাছিক মনে মনে থকা দেখি দৰজি চেৱাঙে ক'লে "এসময়ত আপুনি মোৰ বন্ধু আছিল । এতিয়াও মই আপোনাক শ্ৰদ্ধা কৰোঁ । মই জনাত মই আপোনাক একো অনিষ্ট কৰা নাই। আপোনাৰ স্বাৰ্থৰ বিৰুদ্ধেও মই একো কৰা নাই। তেনেস্থলত আপুনি মোক এনে এটা ডাঙৰ অপমান মূৰত জাপি দিলে । আপোনাৰ পৰা এনে এটা আঘাত পাম বুলি মই জীৱনত ভৰা নাছিলো । আপোনাৰ এনে কামৰ বাবে মই মনত বৰ আঘাত পাইছো । মোৰ মনত কিমান দুখ লাগিছে সেই কথা মইহে অনুভৱ কৰিব পাৰিছো, ভাষাৰে সেই দুখ প্ৰকাশ কৰিব মোৱাৰি । কাৰণ নোহোৱাকৈ মানুহে কোনো কাম নকৰে, বিশেষ কৈ আপোনালোকৰ দৰে লিখা-পঢ়া মানুহে তেনে নকৰে। মই নজনাকৈ হয়তো মই এনে কিবা এটা কাম কৰিছো যাৰ বাবে আপুনি এনে কাম কৰিলে। মই এনে কি কাম কৰিলো যাৰ

কাৰণে আজি মই এই শাস্তি ভোগ কৰি আছো। কওক, মই কি দোষ কৰিলো, অনুগ্ৰহ কৰি কওক।”

প্ৰেমটাছি শলঠেকত পৰিল। দৰজি চেৰাঙক কি বুলি উত্তৰ দিব সি ভাবি নাপালে। তাৰ এনে লাগিল যেন চুৰ কৰি থাকোঁতেই ধৰা পৰিল। যিমানে সি নিজৰ দুৰ্বলতা ঢাকিবলৈ যত্ন কৰিলে সিমানে সি অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলে। তাৰ মুখ ৰঙা পৰিল, কপালৰ ওপৰত বিন্দু বিন্দু ঘামৰ কণিকা জিলিকিবলৈ আৰম্ভ কৰিলে।

“ভয় নেখাব, আপোনাক আমি একো নকৰো, মাথো মই জানিব বিচাৰিছো, আপুনি মোক ইমান ডাঙৰ অপমান কৰিলে কিয়।”

“তই ক্ৰিমাৰ বাবে যোগ্য নহয়, কাৰণ............কাৰণ

প্ৰেমটাছিয়ে কথা শেষ নকৰাকৈ লৰালৰিকৈ অহা বাটে উভতি গুছি গ'ল।

হাতত পোৱা চিকাৰ এটা পলাই গলে চিকাৰীয়ে যেনেদৰে ভাগৰি চাই থাকে দৰজি চেৰাঙেও প্ৰেমটাছি যোৱাৰ ফালে সেই দৰে চাই থাকিল।

তই এনে অপমান কেনেকৈ সহ্য কৰিছ?”

ফুঞ্চুৰ মাত শুনি দৰজি চেৰাঙ চক খাই উঠিল।

“শুনা নাই? তই এনে অপমান সহ্য কৰি থাকিব পাৰিছ মই হ'লে ভাবি পোৱা নাই? জলা জুইত ঘিউ ঢলাৰ দৰে দৰজি ফুঞ্চুৱে পুনৰ দোহাৰিলে।

প্ৰতিশোধ লম, প্ৰতিশোধ লবলৈ আহিছো, ভালদৰেই প্ৰতিশোধ লম, চাই থাকিবি, দাঁত মুখ কৰচি দৰজি চেৰাঙে চিঞৰিবলৈ ধৰিলে।

দূৰৰ পৰা প্ৰেমটাছিয়ে দৰজি চেৰাঙৰ মাত শুনা পালে। প্ৰেমটাছিয়েও থিৰেৰে থাকিব নোৱাৰি চিঞৰি ক'লে, লোৱা, প্ৰতিশোধ লোৱা, কেনেকৈ প্ৰতিশোধ লয় চাই থাকিম।”

# বাৰ

সেইদিনা আবেলি লামদেমা পেনজেহঁতৰ বাঁহৰত গৈ ওলাল। বাঁহৰৰ বেচিভাগ মানুহ সেই সময়ত অনুপস্থিত আছিল। লামদেমাক দেখি পেনজেৰ ডাঙৰ বোৱাৰীয়েকজনী আথে বেথে আগবাঢ়ি আহিল। তাই বিনীত ভাবে লামদেমাক আগবঢ়াই নি কাৰ্পেট এখন পাৰি লৈ বহিবলৈ অনুৰোধ কৰিলে যদিও লামদেমা গোমোঠা মুখ লৈ থিয় দি থাকিল।

"দেউতাহঁত চিকাৰ কৰিবলৈ গৈছে। আপুনি বহক। মই অলপ লাউপানী উলিয়াও," বোৱাৰীয়েকে ক'লে।

তাই লাউপানী উলিওৱাত লাগিল। লামদেমাক থিয় হৈ থকা দেখি তাই পুনৰ অনুৰোধ কৰিলে, "আপুনি বহক!"

বোৱাৰীয়েকৰ মাত তাইৰ কাণত পৰিল নে নাই গম পোৱা নগ'ল। কিবা এটা ভাবত মগ্ন হৈ তাই বহুত পৰ মৌন ভাবে থিয় দি থাকি এটা সময়ত কাকো মাত নিদিয়াকৈ তাই অহা বাটেৰে উভতি গ'ল। বোৱাৰীয়েকে পাছফালৰ পৰা তাইক মাতিলে, কিন্তু সকলো নিৰৰ্থক হ'ল।

গধূলি পৰত লামদেমা পুনৰ পেনজেহঁতৰ বাঁহৰত গৈ উপস্থিত হ'ল। বায়েকক সন্মুখত দেখা পায় পেনজেৰ মুখ এক অজানিত ভয় আৰু লাজত শেঁতা পৰি গ'ল। নিজৰ অৱস্থা ঢাকি ৰাখিবৰ বাবে তেওঁ অনাহকত ব্যস্ত হৈ উঠিল। নিজেই দৌৰি গৈ সি কাৰ্পেট এখন আনিলে আৰু আথে-বেথে ঠাই উলিয়াই বায়েকৰ কাৰণে কাৰ্পেট পাৰি দিলে। তাৰ ব্যস্ততা দেখি লামদেমাই শ্লেষৰ সুৰত ক'লে, "তোৰ মোলৈ বৰ মৰম নহয়? সেই কাৰণেই তই মোৰ মৃত্যুৰ পূৰ্বে মোৰ কাৰণে "উসু" লৈ সদলবলে ইয়ালৈকে আহিছ!"

---

"উসু"-মালা। তিৰোতা মানুহৰ মৃত্যু হলে মৃতকৰ ভায়েক বা ককায়েক প্ৰথম খাটা বা মালা পিন্ধাব লাগে।

বায়েকৰ ইতিকিং শুনি পেনজেই সেমেনা-সেমেনি কৰি ক'লে, "কি কথাবোৰ কৰ বাইদেউ ? এনে কথাবোৰ কৈ লাজ নিদিবি। বহ, মোৰ তোক বহুত কথা কব লগা আছে।"

"মই ইয়াত বহি কথা চোবাবলৈ অহা নাই। মই মাত্র এটা কথাই তোৰ পৰা জানি যাব খুজিছো। ক, মই কি এনে এটা দোষ কৰিলো যাৰ বাবে মোৰ ওপৰত তইঁতে এনে নিঠুৰ ভাবে পোতক তুলিবলৈ আহিছ ?"

"পেহীদেউ, আপোনাৰ ওপৰত আমি কোনো পোতক তুলিবলৈ অহা নাই। আমি পেহাদেউহঁতৰ লগতহে অলপ কথা-বতৰা কৰিম বুলি ভাবি ইয়ালৈ আহিছো" দৰজি চেৰাঙে মাজতে মাত লগালে।

"বুজিছো, মোক আৰু ফাকি দিব নালাগে। তহঁতক মই কোনোদিনে নিজ সন্তানতকৈ বেলেগ দৃষ্টিৰে চোৱা নাই। প্রেম-টাছি মোৰ কাৰণে যেনে তয়ো মোৰ কাৰণে তেনে। অথচ তইঁতে আজি মোৰ ওপৰত কি এক নিঠুৰ আচৰণ কৰিবলৈ ওলাইছ। তহঁতে যে মোক এনে কৰিবি সেই কথা মই কোনোদিনে ভবা নাছিলো। কিয় তহঁতে মোৰ ওপৰত তেনে কাম কৰিবলৈ ওলাইছ ? মই তহঁতৰ ওচৰত কি দোষ কৰিলো ? কি অপৰাধ কৰিলো ? 'ক, মই কি অপৰাধ কৰিলো ? কিয় তইঁতে তেনে কাম কৰিবলৈ ওলাইছ ? কিয় ? কিয় ?? কিয় ???..."জামদৈমাই উত্তেজিত ভাবে চিঞৰি চিঞৰি প্রশ্নৰ বাণ মাৰিবলৈ ধৰিলে আৰু হাত দুখনেৰে মুখখন ঢাকি ধৰি কান্দিবলৈ আৰম্ভ কৰিলে।

বায়েকক কন্দা দেখি পেনজে অধৈর্য হৈ পৰিল। বায়েকৰ প্রত্যেকটো প্রশ্নই তাৰ মনত প্রতিধ্বনিত হৈ বাজিবলৈ আৰম্ভ কৰিলে। বুজাব নোৱাৰা এক মমতা আৰু অনুশোচনাৰ ভাবে তাৰ কণ্ঠৰোধ কৰিলে। এটা সময়ত নিজৰ অজ্ঞাতে সি তেওঁ বায়েকৰ হাত দুখনত ধৰি থোকাথুকি মাতেৰে কবলৈ আৰম্ভ কৰিলে, 'মোৰ দোষ নাই বাইদেউ। তই যদি কব তেন্তে মই এতিয়াই উভতি যাম। মোক তোৰ গা-ধন নালাগে। মৰম-চেনেহতকৈ গা-ধন ডাঙৰ হব নোৱাৰে। তই মোক ক্ষমা কৰ ‥ মোক এৰো নালাগে,"

"মোক বাইদেউ বুলি নামাতিবি। মোক আগত পাই লেৰেলা সাদৰ দেখুৱাব নালাগে। তহঁতে সকলোৱে মিলি মোক জীৱিত অৱস্থাত পুতিবলৈ আহিছ? পুতি পেলাব মোক। মোৰ, মোৰ কোনো নাই। কোনো নাই। মোৰ ভাই নাই। মোৰ পতি নাই। মোৰ সন্তান নাই। মোৰ কোনো নাই কোনো নাই। থকাহেঁতেন আজি মই এনেদৰে অপমানিত নহলোহেঁতেন। তহঁতে সকলোৱে মিলি মোক মাৰি পেলাবলৈ ষড়যন্ত্ৰ কৰিছ। পেনেজে, অ' পেনজে। মই মৰি গ'লো নেকি যাব বাবে তোক মোৰ গা-ধন লাগে? নে মই মৰি গ'লে গা-ধন নাপাম বুলি গা-ধন লবলৈ আহিছ? পাবি পাবি। গা-ধন পাবি। কিন্তু মোৰ মৃত্যুৰ আগত নহয়, মোৰ মৃত্যুৰ পাছত মোৰ গা-ধন পাবি। তহঁতে আহিছ যেতিয়া শুদা হাতেৰে উভতি যাবি কিয়? নাই, নালাগে যাব। তাৰ আগতে মই সকলো ব্যৱস্থা কৰি দিম নহয়। কালিয়েই তহঁতে মোৰ গা-ধন পাবি, মই সকলো বন্দোবস্ত কৰি দিম।"

লামদৈমাই উভতি লৰ ধৰিলে। লামদৈমাক দৌৰি যোৱা দেখি পেনজে, দৰজি চেৰাও আৰু অন্যান্য মানুহ বিলাকেও পাছে পাছে লৰ ধৰিলে। মানুহবিলাকক লৰি যোৱা দেখি কুকুৰবোৰেও ভুকি ভুকি পাছে পাছে লৰ ধৰিলে। নিদ্ৰাত ডুবি থকা গাওঁখনত খন্তেকতে হৈ-চৈ লাগি পৰিল। গাওঁৰ মানুহবিলাক হৈ-চৈ শব্দ শুনি বাহিৰলৈ ওলাই আহিল। কোনোবাই পহু খেদি আহিছে বুলি প্ৰথমতে সকলোৱে ভাবিলে। গতিকে মতা মানুহবোৰ যিফালে দৌৰা-দৌৰি হৈ আহিল সেইফালে ধেনু-কাঁড়, বন্দুক আদি যিয়ে আগত যি পায় তাকে লৈ দৌৰ দিলে। মাইকী মানুহবোৰ ঘৰৰ বাৰান্দাত থিয় হৈ উৎসুক ভাৱে চাই ৰ'ল। কিছুপৰৰ মূৰত এদল মতা মানুহে কাষৰাক দাভি অনা দেখা গ'ল। তাকে দেখি চাৰিওফালৰ পৰা প্ৰশ্নৰ জাউৰি আহিল, পহু নেকি? "ক'ৰ পৰা আহিল? কি পহু? কেনেকৈ ধৰিলে?" ইত্যাদি ইত্যাদি।

দুই এজনে প্ৰশ্নৰ উত্তৰ দিলে, "পহু নহয়, লামদৈমাকহে কুকুৰবোৰে খেদি কুবিছিল; মানুহজনী অজ্ঞানহৈ পৰিল।"

মানুহৰ ভুম বাঢ়ি উঠিল। ল'ৰা ছোৱালী, বুঢ়া-বুঢ়ী সক-

লোৰে ভুমৰ পাছ ললে। বহুতৰ পৰা বহুত ধৰণৰ মন্তব্য আহিবলৈ ধৰিলে।

"মানুহজনীক কিয় বাৰু কুকুৰবোৰে খেদি ফুৰিছিল?" এজনে সুধিলে।

"নাজানো।" দ্বিতীয়জনে উত্তৰ দিলে।

"আত্মহত্যা কৰিবলৈ গৈছিল বোলে!" তৃতীয়জনে প্ৰায় ফুচফুচাই ক'লে।

"তাইনো কি দুখত আত্মহত্যা কৰিবলৈ যাব?" দ্বিতীয়জনে সুধিলে।

"কিয় নাযাব? ছোঁলো গাওঁৰ পৰা তাইৰ ভায়েক পেনজেহঁত যে আহিছে, তেওঁলোক কি কৰিবলৈ আহিছে গম পাইছ জানো?" তৃতীয়জনে সুধিলে।

"জানো।" দ্বিতীয় ব্যক্তিৰ উত্তৰ।

"কোনোবা তিৰোতাৰ জীৱিতকালত তাইৰ গা ধন সোণা [illegible] অপমানৰ কথা জানো?" তৃতীয়জনে পুনৰ মন্তব্য কৰিলে।

"বেচেৰী দেহি! এনে অপমান লৈ জীয়াই থকাতকৈ মৃত্যুৱেই ভাল!" প্ৰথমজনে পুতৌৰ সুৰেৰে মন্তব্য কৰিলে।

লামদৈমাক লৈ অহা মানুহৰ জুমটো আহি কেজাওৰ ঘৰৰ সন্মুখত উপস্থিত হ'ল। মাকক অজ্ঞান অৱস্থাত দাঙি অনা দেখি ৰিনচিন ৰাংমু আৰু তাইৰ ল'ৰা-ছোৱালী কেইটাই কান্দিবলৈ আৰম্ভ কৰিলে। ঘৰখনত এক হুল-স্থূল পৰিবেশৰ সৃষ্টি হ'ল। লামদৈমাক আনি বিচনাত শুৱাই দিয়া হ'ল। এজন পুৰোহিত আগবাঢ়ি আহি লামদৈমাৰ কাষত বহিল আৰু তাইৰ হাতৰ নাড়ী পৰীক্ষা কৰি চাই অভয় দি ক'লে, একো হোৱা নাই। চুৰ* এটা দিলেই ভাল হ'ব। সেইমতে চুৰ এটা দিয়া হ'ল।

ইমান সময়ে অচেতন বৈণীয়েকৰ কাষত কেজাও মৌনভাবে বহি আছিল। হঠাৎ কেজাওৰ চকু পেনজেৰ ওপৰত পৰিল। পেনজেক দেখি কেজাও হঠাৎ উত্তেজিত হৈ পৰিল। চকু যোপা

---

* চুৰ—জীৱিত মানুহক অনিষ্ট সাধন নকৰিবলৈ প্ৰেতাত্মাৰ উদ্দেশ্যে দিয়া পূজা।

কৰি তীব্ৰ ব্যঙ্গৰ সুৰত সি বজকিবলৈ আৰম্ভ কৰি দিলে, 'অ' আপুনিও ইয়াত থিয় হৈ আছে? বহক বহক। হেৰা পেমা, ঝিনচিন, যা যা মামাক গাদী পাৰি বহিবলৈ দে। কান্দি আঃ কিয় তহঁত? যা, যা, মা এতিয়াও মৰা নাই নহয়! তহঁতৰ মামাক বহিবলৈ দে। (পেনজেক উদ্দেশ্য কৰি) বহক, বহক। লামদেমা এতিয়াও মৰা নাই। আৰু অলপ সময় বাট চাওক! আপোনাৰ আশা নিশ্চয় পূৰণ হব। তাৰ পাছত আপুনি ইচ্ছামতে তাইৰ গা-ধন লৈ উভতি যাব পাৰিব।"

"দেউতা, আপুনি সেইবোৰ কি কথা কৈছে? মনে মনে থাকক, লোকে শুনিলে কি বুলি ভাবিব?" প্ৰেমটাছিয়ে দেউতাকক বুজনি দিলে।

প্ৰেমটাছিৰ কথা কেজাঙৰ কাণলৈ নগ'ল। বৰঞ্চ তেওঁ বেছি জোৰে জোৰে চিঞৰি কবলৈ আৰম্ভ কৰিলে, শুনক, সকলোৱে শুনক। শুনি যাওক বাইজ। সকলোৱে শুনি যাওক। মোৰ কবলৈ অকণো লাজ নাই, অকণো সঙ্কোচ নাই। বৰঞ্চ মই মবাৰ আগতে সকলো কথা খুলি কৈ যাম। পেনজেই দলে-বলে মানুহ লৈ এইখন গাওঁলৈ কিয় আহিছে আপোনালোকে তাৰ কিবা গম পাইছেনে?"

"নাই পোৱা, কিয় আহিছে বাৰু?" এজন দুষ্ট প্ৰকৃতিৰ মানহে পাছফালৰ পৰা চিঞৰি সুধিলে।

গা-ধন লবলৈ। লামদেমাৰ মৃত্যুৰ আগতে তাইৰ গা-ধন লবলৈ।" কেজাঙে উত্তৰ দিলে।

"আপুনি নো দি নিদিয়ে কিয়?' একেজন মানুহে সুধিলে।

দিম, দিম, নিদিম কিয়? মাথোন অলপ সময় ৰওক, অলপ সময় বাট চাওক বাইজ। লামদেমাই শেষ নিশ্বাস ত্যাগ কৰিলেই তাইৰ গা-ধনৰ সৈতে মৃত দেহটোও যুৰাই দিম। আপোনালোকে সকলো চাব পাৰিব। তাৰ পাছত এইখন ঘৰত পেনজে কিয়, পেনজেহঁতৰ জাতিৰ মানুহৰ বাবেও চিৰদিনৰ কাৰণে দুৱাৰ বন্ধ হৈ যাব। সেইটো জাতিৰ কাৰো লগত এই জাতিৰ কাৰো বিয়া ভবিষ্যতলৈ হব নোৱাৰে। যদি কোনোবাই কেতিয়াবা এই নিয়ম উলঙ্ঘন কৰে তেন্তে লামদেমাৰ অভিশাপ লাগিব,

মোৰ অভিশাপ লাগিব।"

"মোৰো অভিশাপ লাগিব।" পেনজেয়ো উত্তেজিত স্বৰেৰে চিঞৰি উঠিল।

"তেন্তে কথা সেইটো ?" কেজাওে চিঞৰিলে।

"হয়, সেইটো।" পেনজেই প্ৰত্যুত্তৰ দিলে।

তেনেতে লামদেমাই চকু মেলিলে। মানুহৰ জুমটোৰ মাজত পুনৰ সজীৱতাই দেখা দিলে। লামদেমা উঠি বহিল। লামদেমাৰ চেতনা উভতি অহা দেখি কেজাওে পেনজেক তীব্ৰ বিদ্ৰূপৰ সুৰত ক'লে, "চাওক, আপোনাৰ বাইদেউ নমৰিল। কি কৰিব আপুনি এতিয়া ?"

"মোৰ কোনো বাইদেউ নাই। আজিৰ পৰা লামদেমা মোৰ বাইদেউ নহয়। মোৰ বাইদেউ মৰিল বুলি মই ধৰি লৈছো। কালি মই আহিম আৰু মোৰ বাইদেউৰ গা-ধন লৈ যাম।"

"ঠিক আছে, মই সন্মত। কাইলৈ আপুনি আপোনাৰ দল লৈ আহক, আমিও আমাৰ দল লৈ সাজু থাকিম।" কেজাওে প্ৰত্যুত্তৰ দিলে।

"বাৰু। মই আহিলো।" কৈয়েই পেনজে দপদপাই ঘৰৰ পৰা ওলাই গ'ল। পেনজেৰ লগে লগে দৰজি চেম্বাং আৰু দলৰ অন্যান্য সদস্যসকলও ওলাই গ'ল।

# তেৰ

সেইদিনা ৰাতি কাৰো শোৱা নহ'ল। গোটেই ৰাতি লামদেমাই পাগলৰ দৰে নানা ধৰণৰ কাণ্ড-কাৰখানা কৰি থাকিল। জীৱিত অৱস্থাতে তাইৰ গা-ধন দিবলৈ ওলোৱা কথাই তাইক প্রায় পাগল কৰি তুলিলে। মৃত্যুৱেই একমাত্র শান্তিৰ পথ বুলি তাই দৃঢ় ধাৰণা কৰি ললে আৰু সেই মৃত্যুক মাতি আনিবলৈ তাই বাৰে বাৰে ঘৰৰ পৰা ওলাই যাব খুজিলে। পেমা, ৰিনচন ৰাংজম আদিয়ে অৱস্থা দেখি কান্দি কান্দি ৰাতিটো কটালে। ঘৈণীয়েকৰ অৱস্থা দেখি কেজাঙৰ বিবেচনা শক্তিও লোপ পালে। অনুশোচনা আৰু ক্ষোভত প্রেমটাছিৰ মন বিষাদপূর্ণ কৰি তুলিলেও সেইৰাতি সি শান্ত আৰু বিবেচক হৈ ঘটনাক গুৰুতৰ হবলৈ নিদিয়াকৈ ঘৰখনলৈ শান্তি অনাৰ বাবে চেষ্টা কৰি গ'ল। প্রেমটাছিৰ অনুৰোধত ঘৰত গোট খাই থকা গাওঁৰ মানুহবোৰ ঘৰাঘৰি গ'ল। মাত্র অতি বিশ্বাসী ডেকা গাভৰু কেইজনমানক সি ঘৰত ৰবলৈ দিলে যাতে তাৰ কামত আহিব পাৰে। অৱশ্যে হওঁক-নহওঁক লোকক সহায় কৰি ফুৰা স্বভাৱৰ আৰু বিপদে-আপদে প্রেমটাছিহঁতৰ লগত থকা আপোন মানুহ কেইজনো থাকি গ'ল। সকলোৰে সহায়ত সি মাক দেউতাক আৰু ভগ্নী দুজনীক শান্ত কৰিলে। লামদেমা আৰু কেজাঙে অৱশেষত গৈ প্রেমটাছিৰ প্রতি থকা তেওঁলোকৰ সকলো ৰোহ, ক্ষোভ, খং, অভিমান আদি জাৰিবলৈ ধৰিলে। মাক-দেউতাকৰ লগত পেমা আৰু ৰিনচিন ৰাংজমো যোগ দিলে। মুখেৰে পাক-শালত থুৱাই থুৱাই প্রথমতে গালি আৰম্ভ কৰিলে লামদেমাই। তাই কবলৈ ধৰিলে, "এই সকলোবোৰ তোৰ ষড়যন্ত্র, তোৰ ষড়যন্ত্র নহৈ কাৰ হব? তই পঢ়াশুনা কৰি ডাঙৰ মানুহ হলি, খুউব ডাঙৰ মানুহ হলি। তোৰ ওচৰত আমি সৰু মানুহ হৈ গলো। তোৰ পায়খানা চাফ কৰা মানুহৰ সমানো তই

আমাক মূল্য নিদিয়া হলি। তোক দহমাহ দহদিন পেটত লৈ জন্ম দিলো, তুলি তালি ডাঙৰ-দীঘল কৰিলো। মোৰ ল'ৰাই ডাঙৰ হৈ মৰম কৰিব, মান কৰিব, কাম কৰি খুৱাব বুলি ভাবি কিমান আশাৰে তোক তুলি-তালি ডাঙৰ-দীঘল কৰিলো। তোক মৰমতে যিমানবোৰ ভাল ভাল বস্তু খুৱালো, যিমান ধুনীয়া ধুনীয়া কাপোৰ পিন্ধালো, সিমান ভাল বস্তু তোৰ কোনো ভাই-ভনীয়ে খাবলৈ পোৱা নাই, পিন্ধিবলৈ পোৱা নাই। এয়েই নেকি তোৰ মাতৃ ঋণ, এয়েই নেকি তোৰ পিতৃ ঋণ? এতিয়া ডাঙৰ চাহাব হৈ আমাক মূল্য নিদিয়া হলি। আমাৰ কামত দোষ ধৰা হলি। পিতৃ-মাতৃ নৌমৰোতেই ঘৰখনৰ অভিভাবক হলি। দৰজি চেৱাঙলৈ জিমাক বিয়া দিলে তোৰ সন্মান যায় নহয়? কাৰণ তোৰ তুলনাত দৰজি চেৱাঙে সৰু কাম কৰে নহয়? নালাগে দিব টাছি! নালাগে দিব! কিয় দিবি? কাৰণ দৰজি চেৱাং অনুপযুক্ত ল'ৰা, তাৰ পুৰুষত্ব নাই, তাৰ গুণ নাই, সি দুখীয়া ঘৰৰ ল'ৰা। কিন্তু সিয়ো মানুহ, মোৰ ভাই পেনজেও মানুহ, তই ডাঙৰ মানুহ হলি বুলি তোৰ সকলো অবিচাৰ অত্যাচাৰ সিহঁতে সহ্য কৰিবনে? নকৰে। কোনেও নকৰে! সিহঁতে সিহঁতৰ ন্যায়-সঙ্গত অধিকাৰ লৈ কাম কৰিছিল, তাত তই বিধি-পথালি দিলি, এতিয়া সিহঁতে তাৰ প্ৰতিশোধ লবলৈ আহিছে। সিহঁতক মোৰ গা-ধন লাগে সেইয়া সিহঁতৰ ন্যায্য প্ৰাপ্য। কিন্তু মোৰ জীৱিত অৱস্থাত মোৰ গা-ধন লৈ যাব সেইয়া মই চাব নোৱাৰো। তোৰ দৰে ল'ৰা এটা থাকোতে তোৰ মাৰৰ এনে অৱস্থা হ'ল। ছিঃ কি লাজৰ কথা! কি লাজৰ কথা! ইমান ডাঙৰ অপমান এটা মূৰত লৈ মই কেনেকৈ জীয়াই থাকিম? কেনেকৈ লোকৰ আগত মুখ দেখুৱাম? থুঃ! এয়েই নেকি তোৰ মাতৃ ঋণ, এইবাবেই তোক জন্ম দিলো নেকি? কি পূৰ্ব-জন্মৰ পাপৰ ফলত তোক জনম দিলো! জন্ম হৈয়েই তই মৰি নগলি কিয়?"

মাকৰ লগত দেউতাকেও যোগ দিলে, "আমাৰ পূৰ্ব-জন্মৰ পাপৰ ফলতেই সি আমাৰ ল'ৰা হৈ জন্ম ললে। তাৰ কাৰণেই এই সকলোবোৰ হবলৈ পালে। উস, এই দুই ঘৰৰ মাজৰ সম্বন্ধ

কিমান মধুৰ আছিল। সব তাৰ কাৰণেই থানবান হৈ গ'ল। মিত্র-শত্রু হ'ল, বিপদে-আপদে সহায় কৰা মানুহেই আমাৰ কাৰণে বিপদ হ'ল। কাইলৈ যেতিয়া লোকে গা-ধন দাবী কৰিবলৈ আহিব তেতিয়া তই কি দি পঠাবি ? তোৰ কি আছে ? ইমান দিন চাকৰি কৰিলি, তই কেতিয়াবা ঘৰত টকা এশটামান একেলগে দি পাইছনে ? কেতিয়াবা আই-বোপাইক ঘিউ-তেল কিনি দি পাইছ৽ন ? আইক এড়ি কাপোৰৰ চিংকু * দি পাইছনে ? কত গ'ল তোৰ ইমানবোৰ টকা ? নিশ্চয় তই জমা কৰি ৰাখিছ ? নে খাই পেলাইছ ? নে ছোৱালীৰ পাছে পাছে ঘূৰি ফুৰি খৰচ যোগাইছ ? তোৰ দৰমহাৰ টকাৰেই তই গা-ধন দিবি ? মই মোৰ ঘৰৰ পৰা একো দিব নোৱাৰো। তই য'ৰ পৰা দিয় দিবি। মোক একো নুখুজিবি।"

"কিয় দিব লাগে ঘৰৰ পৰা," "মাকে পুনৰ দেউতাকৰ কথাত যোগ দিলে; সিয়েই দিব। আমিতো একো দোষ কৰা নাছিলো। সেই চেৰম নেকি; বোমডিলাত ক্রিমাহঁতৰ সৈতে পড়ি থকা ককপু * ছোৱালীটো, তাইক ভাল ভাল কাপোৰ, মুখত ঘঁহা ছাই গুৰি আদি কিনি দিব পাৰে যদি মোৰ গা-ধন দিব নোৱাৰিব কিয় ? নিশ্চয় পাৰিব লাগিব। নোৱাৰি সাৰিবি ক'ত, যদি নিজে জমা কৰা সম্পত্তিৰে মোৰ গা-ধন দিব পাৰ তেন্তে আমি তোক মানুহ বুলি গন্য কৰিম, যদি নোৱাৰ তেন্তে তোৰ মুখত আমি থু পেলাম। থু; তোৰ দৰে ল'ৰা থকাতকৈ নথকাই ভাল। তোৰ জীৱনো যেন অশান্তিময় হয়, তই যেনেদৰে আমাক বুঢ়া বয়সত কষ্ট দিলি তেনেদৰে তোৰ ল'ৰা-ছোৱালীয়ে বুঢ়া বয়সত তোকো যেন কষ্ট দিয়ে। মই অভিশাপ দিছো তোক, দেউতায়ো অভিশাপ দিব, মোমায়েও অভিশাপ দিব, দৰজি চেৰাও আৰু ক্রিমাৰ বিচ্ছেদ ঘটোৱাৰ

---

* চিংকুঃ— তিৰোতাই পিন্ধা মেখেলা। সাধাৰণতে এড়ি কাপোৰেৰে চিলোৱা হয়।

* ককপুঃ-নীচ জাত। বিজাতি।

পাগো তোৰ গাত লাগিব। থুঃ তোক আৰু আমি কি দিম? কি পাবৰ উপযুক্ত তই? থুঃ তোৰ মুখ খন হাজাৰবাৰ থুৰাবৰ যোগ্য, থুঃ থুঃ, "প্ৰেমটাহিক উদ্দেশ্য কৰি লাম দৈমাই পাকশালত বাৰে বাৰে থুৰাবলৈ ধৰিলে।

প্ৰেমটাহিয়ে ভুইশালৰ সিটো পাৰত মাকৰ ফালে মুখ কৰি বহি আছিল। মাক-দেউতাক দুয়োজনে তাক গালি পাৰিবলৈ আৰম্ভ কৰাৰ পাছতো সি একো যেন হোৱা নাই তেনে এটা ভাব মুখলৈ আনি বহি আছিল। কিন্তু যেতিয়া মাক-দেউতাকৰ গালিবোৰ চৰিবলৈ আৰম্ভ কৰিলে তেতিয়া লাজ আৰু অপমানৰ গ্লানিত তাৰ মুখ প্ৰথমতে ৰঙা পৰিল, ৰঙাৰ পৰা ক্ৰমান্বয়ে হই শেতা হ'ল আৰু অৱশেষত ক'লা পৰি গ'ল। তাৰ মূৰত শিৰ তলৰ ফালে নামি গ'ল আৰু এসময়ত তাৰ থুতৰিয়ে গৈ ডিঙি চুলে, মুখ মণ্ডল বুকুৰ সমান্তৰালত আহি ৰ'ল আৰু সন্মুখৰ ফালৰ পৰা তাৰ মূৰৰ তালু খিনিহে চকুত পৰা হ'ল। তাৰ সোঁহাতৰ আঙুলিয়ে ভুইশালৰ চুকত আঁকবাঁক কৰিবলৈ আৰম্ভ কৰিলে। মাক-দেউতাকৰ গালি-শপনি, অভিশাপ, ইতিকিং আদি সি নীৰৱে সহ্য কৰি গ'ল। মাকৰ মুখৰ পু আহি দুৰাৰ মান তাৰ গাত লাগিল, তথাপিও সি বহাৰ পৰা অকনো লৰচৰ নকৰিলে। মাকে তাক লক্ষ্য কৰি থুৰাই শেষ নৌহওতেই বিনচিন মাতেৰে কোৱা সি শুনিবলৈ পালে„ ছিঃ ছিঃ টাহি, তোৰ লাজ লগা নাই? ইমান ডাঙৰ চাহাব এটা হৈ আজি মা আৰু দেউতাৰ দৰে নিঃকিন মানুহৰ পৰা এনে গালি খাব লগা হোৱা বাবে তোৰ কি অকনো লাজ লগা নাই? তোক লৈ আমি গৰ্ব কৰিছিলো, মা আৰু দেউতাই তোৰ পৰা যে কিমান আশা কৰিছিল, কিন্তু বুঢ়া বয়সত তই সিহঁতৰ প্ৰতি বিশ্বাসঘাতকটা কৰিলি। তোৰ বাবেই এইবোৰ হ'ল। হঁওতে আমি তোক উপদেশ দিবৰ গালি দিবৰ যোগ্য নহয়। তোৰ তুলনাত আমি মূৰ্খৰ সমান, তথাপিও ঘৰখনৰ অৱস্থা দেখি মা আৰু দেউতাৰ দুখ দেখি মই ৰব পৰা নাই (তাই কান্দিবলৈ ধৰে)। পেটৰ সন্তান হৈ মা-দেউতাৰ দুখ সহ্য কৰিম কেনেকৈ?

মা আৰু দেউতাৰ দুখ দেখি আজি মোৰ মনত যি দুখ আৰু বেজাৰ লাগিছে মা দেউতা মৰা হলেও সিমান দুখ মোৰ নালাগি-লেহেঁতেন ! সাৱধান হবি টাছি, মা আৰু দেউতাৰ অভিশাপ লাগি তোৰ নিজৰ ভবিষ্যৎ জীৱন অসুখি হব। অকল তোৰ ওপৰতেই মা আৰু দেউতাৰ অভিশাপ লাগিবনে। চাংখান্দু নিৰপৰাধী হৈয়ো তাৰ গাতো এই অভিশাপ লাগিব, পেমা, ক্ৰিমা লামু আৰু ময়ো তাৰ পৰা বাদ নপৰিম। এতিয়াও সময় আছে, আমি যদি ক্ৰিমা লামুক এতিয়াও মোমাইদেউহঁতৰ হাতত গটাই দিও তেন্তে সিহঁতে এতিয়াও মাৰ গা-ধন নোলোৱা কৈ উভতি যাব।"

তেনেতে ঘৰৰ নিচেই কাষতে থকা কুকুৰাৰ গড়ালৰ পৰা ডাঙৰ চেথাৰ * টোৱে ডাক দি উঠিল। ডাক শুনি সি অলপ স্বস্তিৰ উশাহ ললে।

"নালাগে, নালাগে, এবাৰ মুৰাই অনা ছোৱালীক পুনৰ ওভতাই দিব নালাগে। থাকক তাই ঘৰতে ঘৰ বুঢ়ী হৈ নাইবা পঢ়িশুনি তায়ো প্ৰেমটাছিৰ দৰে ডাঙৰ মানুহ হওঁক ! তাই আমাক মা বুলিও মাতিব নালাগে, দেউতা বুলিয়ো হাতত ধৰিব নালাগে। চাংখান্দু থকা হলে সিয়ো আমাক এনেকুৱাই কৰিলে-হেঁতেন ! ভবিষ্যতলৈ যে নকৰিব তাৰ কি ঠিক ? তহঁত তিনিটাক মই জন্ম দিয়া নাই, পেমা আৰু ৰিনাচিন ৰাংজমকহে মই জন্ম দিছো। দেউতাৰ আৰু মোৰ বেমাৰ হলে এই দুজনীয়েই চাব, পিয়াহ লাগিলে পানী দিব, ভোক লাগিলে ভাত দিব, ময়লা জমা হলে গা ধুৱাই দিব। তহঁতে মোৰ গা-ধন নিদিয়াকৈ নাথাকিবি। মই মৰি গলো বুলি ধৰি লবি আৰু মোৰ গা-ধন দিবি। তাৰ পাছত কোনো দিনে মোৰ কাষলৈ মা বুলি নাহিবি, দেউতাৰক দেউতা নুবুলিবি। আমাৰ কোনো সন্তান নাই . উস ভগৱান, আমাক মাৰি নিনিলা কিয় ? লাম দৈমাই কান্দিবলৈ

* মাহেকীয়া পূজাত দেৱতাৰ নামত ত্ৰবিবৰ কাৰণে পোহা বগা কুকুৰা।

ধৰিলে। মাকক কন্দা দেখি ৰিনচিন ৱাংজম আৰু পেমাইও কান্দিবলৈ ধৰিলে।

তেনেতে কুকুৰাই পুনৰ ডাক দিলে। এইবাৰ কুকুৰাৰ ডাক কিছুসময়লৈকে তিষ্ঠি থাকিল।

"অলপ পাছতেই ৰাতি-পুৱাব। তাৰ পাছত কি ঘটে ঠিক নাই। পেনজেহঁতৰ মানুহ ৰাতি পুৱালেই আহিব। গা-ধন হিচাপে ঘৰৰ পৰা কি কি বস্তু উলিয়াই নিয়ে ঠিক নাই। মোৰ ঘৰত আহি লোকে মোৰ আৰ্জিত ধন-সম্পত্তি, মোৰ দেউতা ককাদেউতাৰ আৰ্জিত ধন-সম্পত্তি উলিয়াই নিব, তাক মই চাই থাকিব লাগিব। মই মোৰ ধন-সম্পত্তি হেৰুৱাম, সকলো হেৰুৱাম, "কৈ কৈ কেজাঙে চকুৰ পানী মচিলে। তাৰ পাছত পুনৰ ক'লে, "তইঁত আজিৰ পৰা দুখিয়া হলি, তহঁতৰ নিজৰ দোষৰ বাবে সকলো হেৰুৱালি। আমি বুঢ়া মানুহ, ধন-সম্পত্তিৰ প্ৰতি আমাৰ মোহ নাইকিয়া হৈ আহিছে, তথাপিও মৃত্যুৰ সময়ত ল'ৰা-ছোৱালী কেইটালৈ ধন-সম্পত্তি কিছু এৰি যাব পাৰিলে আমাৰ ভাল লাগে। তহঁতে হয়তো তহঁতৰ জীৱন কালত ইয়াতকৈ বেচি ধন-সম্পত্তি গোটাবি, কিন্তু আই-বোপায়ে সাঁচি থৈ যোৱা সম্পত্তিৰ বেলেগ এটা মোহ আছে। ঘৰ যিমানে ধনী নহওক, আগৰ বস্তু দুই এপদ নাথাকিলে তাৰ শোভা নাথাকে। লোকেও সেই ঘৰক হেয়জ্ঞান কৰে।"

তৃতীয়বাৰৰ বাবে কুকুৰাই ডাক দিলে। এইবাৰ ডাক দিয়া কুকুৰাৰ সংখ্যা বাঢ়িল। নিশাৰ আন্ধাৰৰ ঠাইত প্ৰভাতৰ পোহৰে দেখা দিলে। নানা ধৰণৰ চৰাই-চিৰিকতিৰ মাতেৰে পৃথিৱীখন মুখৰিত হৈ উঠিল। কুকুৰাবোৰে কক্ কক্ শব্দ কৰি গড়ালৰ পৰা ওলাই আহি মাটি খুচৰিবলৈ আৰম্ভ কৰিলে, ঘৰৰ জুইকুৰাৰ উজ্জ্বলতা ক্ৰমান্বয়ে কমি যাবলৈ ধৰিলে, গাৱঁৰ জীয়ৰী বোৱাৰীবোৰ বিচনাৰ পৰা উঠি গৈ চিংকুবোৰ ঠিক-ঠাক কৰি টঙালি বান্ধিবলৈ ধৰিলে, দুই এজনে প্ৰাতঃ ক্ৰিয়াৰ বাবে ওচৰৰ হাবিত সোমাই যোৱা দেখা গ'ল, ঘৰৰ মুধচবোৰত ধোঁৱা আৰু

ভাগ ওলাবলৈ আৰম্ভ হ'ল আৰু সূৰ্য্যৰ সোণালী পোহৰে পূব আকাশৰ ফালে মুখ দি থিয় হৈ থকা পশ্চিম ফালৰ পাহাৰৰ বুকু উদ্ভাসিত কৰি তুলিলে।

পেমাই সকলোকে লাউপানী সাজি খুৱালে। কিন্তু প্ৰেমটাছিয়ে লাউপানী হাতেৰেই নুচুলে। বিমৰ্ষ মনেৰে সি ঘৰৰ পৰা ওলাই গ'ল। তাৰ লগে লগে গাওঁৰ বাকী মানুহবোৰো ওলাই গ'ল। সকলোৰে চকুত নিদ্ৰাৰ আবেশ। পেমাই ককায়েকে শৌচ পেচাব কৰিবলৈ যোৱা বুলি ভাবিলে আৰু ককায়েক অলপ পৰ শোৱক বুলি ভাবি ঘৰৰ এচুকত বিচনা পাৰি ভাত পানী বন্ধাত লাগিল কিন্তু ককায়েক উভতি নাহিল। ইতিমধ্যে সূৰ্যৰ পোহৰ পাহাৰৰ বুকুৰ পৰা ক্ৰমান্বয়ে বিস্তাৰিত হৈ আহি গাওঁখন চুলে। পেনজেহঁতৰ দলটো দূৰত শাৰি পাতি সিহঁতৰ ঘৰৰ ফালে আঁগুৱাই আহিল। লগে লগে গাওঁৰ সকলো মানুহে শুনিবলৈ পালে বাৰান্দাৰ পৰা পেমাই জোৰে জোৰে চিঞৰি মতা "ককাইদেউ ... ককাইদেউ" ...।

# চৈধ্য

“চৰকাৰী জীপ্ এখনত উঠি প্ৰেমটাহি ঘৰৰ ফালে ৰাওনা হ’ল। কিছুদূৰ আগুৱাই যোৱাৰ পাছত প্ৰেমটাহিয়ে গম পালে আচলতে সি জীপত গৈ থকা নাই, স্কুটাৰ এখনত হে সি উঠি আছে। তাৰ অলপ পিছতে সি স্কুটাৰ এৰি চাইকেল এখনত উঠি ললে, এসময়ত আকৌ চাইকেলো এৰি সি খোজকাঢ়ি যাবলৈ আৰম্ভ কৰিলে, গৈ গৈ সি বাটত জুমখেতিৰ বাবে হাবিৰ গছ গছনি কাটি থোৱা ঠাই এখনত ওলাল। ঘৰ পাবলৈ সি খৰ-খেদা লগাই সেই জুমখেতিৰ ওপৰেদি যাবলৈ চেষ্টা কৰিলে, কিন্তু গছৰ ডাল পাত কাঁইট আদিয়ে তাৰ বাট ভেটি ধৰিলে। সেইবোৰৰ ওপৰেদি সি অতি কষ্টৰে আগুৱাই গৈ থাকোঁতে এটা বিকট শব্দ কৰি সিহঁতৰ ঘৰখন আকাশৰ ওপৰেদি উৰি যোৱা সি দেখিবলৈ পালে। তলপৰে চাই সি দেখিলে দৰজি চেৰাঙে পাইলটৰ সাজপাৰ পিন্ধি সিহঁতৰ ঘৰখন চলাই লৈ গৈছে। সি আৰু দেখিলে ঘৰৰ ভিতৰত পেনজে, আজোম আদি কৰি ছোঁলো পাওঁৰ মানুহ কিছুমান বহি আছে। তাৰ মাক দেউতাকো গৈছে নেকি বুলি সি মানুহ বিলাকৰ মাজত চকু ফুৰালে, কিন্তু ক’তো সিহঁতক দেখা নাপায় সি নিৰাশ হ’ল। সি চিঞৰি চিঞৰি দৰজি চেৰাঙক মাতিব খুজিলে, কিন্তু তাৰ মুখৰ পৰা মাত নোলাল।”

এনেতে কোনোবাই তাক গাত হেচুকি জগাই দিলে। ধক্-মকৈ সাৰ পাই সি উঠি বহিল। প্ৰথমতে সি সপোন নে দিঠক একো ধৰিব নোৱাৰি চাৰিও ফালে চকু ফুৰাই চালে। লাহে লাহে তাৰ মনত পৰিল, ৰাতিপুৱা ঘৰৰ পৰা ওলাই আহি নদীৰ পাৰে পাৰে তহল দি থাকোঁতে টিক ৰখিবলৈ সাজি থোৱা এখন জুৰালাঙত সি আহি ওলাইছিল। সি আহি গোৱাৰ

অলপ আগতে মাথোন ৰাতি ঠিক্ ৰখা মানুহ শুহি গৈছিল, কাৰণ জুপুৰীটোৰ ভিতৰত ডাঙৰ ডাঙৰ কাঠ জাপি জ্বলাই থোৱা জুইকুৰা তেতিয়াও জ্বলি আছিল। উজাগৰি নিশা এটি পাৰ কৰি আহি সি স্বস্তিৰ উশাহ এটা টানি জুইকুৰাৰ কাষত পাৰি থোৱা খেৰৰ ওপৰত ওপৰ মুৰে পৰি গৈছিল। জুই-কুৰাৰ উত্তাপৰ আমেজত কব নোৱাৰাকৈ সি নিদ্ৰাৰ কোলাত ঢলি পৰিল। গভীৰ নিদ্ৰাৰ মাজতো সি সপোন দেখিলে। শুই উঠি চকু মোহাৰি প্ৰেমটাছি নদীৰ ফালে গ'ল আৰু মুখখন ধুই ঠিকত মাছ পৰিছেনে নাই চালে। তাৰ পৰা কেইটামান জীয়া মাছ বুটলি আনি জুইৰ আঙঠাবোৰ টানি সমান কৰি তাৰ ওপৰত মাছবোৰ পেলাই দিলে। জীয়া মাছবোৰ জুইৰ ওপৰত চটফটাই থকা দেখি সি ক'লে: "মোৰ দৰে মাছবোৰো চটফটাবলৈ আৰম্ভ কৰিছে।"

"ঘৰৰ সকলোৱে আপোনাক বিচাৰি আছে; লাঙা দৈমাই প্ৰেমটাছিক নিশ্চিন্ত মনে বহি থকা দেখি ক'লে।

"ৰ মোৰ বৰ ভোক লাগিছে, কালিৰ পৰা একো খোৱা নাই। মাছখিনি খাই যাও ', ইতিমধ্যে সিজিবলৈ আৰম্ভ কৰা মাছবোৰ ওলটাই দি দি সি উত্তৰ দিলে।

"আপোনাৰ বৰ কষ্ট হৈছে নহয় ?" মাতত কোমলতা সানি লাঙাই ক'লে।

মৰম মিহলি মাত শুনি প্ৰেমটাছিয়ে ওপৰলৈ মুৰ তুলি চালে। দুয়োৱে চকুৱে চকুৱে পৰাত লাজত লাঙাই তলমূৰ কৰিলে। কিছুপৰ সি তাইৰ মুখলৈ তন্ময় হৈ চাই থাকিল। তাৰ পাছত সি মাছবোৰ জুইৰ পৰা উলিয়াই আনি পেটবোৰ ফালি নাড়ী ভূৰুবোৰ পেলাই দি আকৌ আঙঠাৰ ওপৰত তুলি দিলে।

কিছুসময় দুয়ো নীৰৱ হৈ থকাৰ পাছত প্ৰেমটাছিয়ে সুধিলে, "মই যে ইয়াত শুই আছো সেই খবৰ তোমাক কোনে দিলে।"

"ৰাতিপুৱাই আপুনি এইফাললৈ অহা মই দেখিছিলো।

"অন্য কাৰোবাক পঠাই নিদি তুমি মোক জগাবলৈ আহিলা কিয়?"

প্রেমটাছিৰ পোনপটীয়া প্ৰশ্ন শুনি লাঙা দৈমা লাজত ৰঙা হৈ পৰিল। প্রেমটাছিৰ প্ৰশ্নৰ উত্তৰ কি কথাৰে দিব তাই ভাবিয়েই নাপালে।

"মাছ খাবা লোৱা" প্রেমটাছিয়ে দুটা পোৰা মাছ তাইৰ ফাললৈ আগুৱাই দিলে।

"মই নাখাওঁ, আপুনি খাওক," তাই চমুকৈ উত্তৰ দিলে।

"নহয় খোৱা। খাবই লাগিব, নাখালে মই বেয়া পাম।"

"তেনেহলে এটা মাছ খাম, এটা আপুনি লওক, "তাই আকাৰত অলপ ডাঙৰ মাছটো প্রেমটাছিক ওভতাই দিলে।

"দুয়োটা মাছেই খাব লাগিব, নাখালে মই জোৰ কৰি খুৱাই এৰিম।"

উপায় নাপাই লাঙাই মাছ দুটা খালে। মাছ খাই উঠি প্রেমটাছিয়ে মাত দিলে; "বহুত দিন এনেদৰে পোৰা মাছ খোৱা নাই। আজি পোৰা মাছ খাই মোৰ খুউব ভাল লাগিল। লৰালি কাললৈ মোৰ মনত পৰিছে। মাছ মাৰি ফুৰোতে কিমান যে মাছ পুৰি পুৰি খাইছিলো। চিক বধোঁতে, পানী সিচি মাছ মাৰোঁতে নদীৰ পাৰত ডাঙৰ ডাঙৰ মাছৰ টুকুৰা-টুকুৰাকৈ কাটি কিমান যে সিজাই খাইছিলো। কেতিয়াবা খাব নোৱাৰি পেলাইয়ো দিছিলো। বনৰীয়া জাবৰাং কেচাই দি কৰা মাছৰ ঝোল মোৰ খুউব ভাল লাগে। পছ মাংসৰ ঝোলৰ সোৱাদ আৰু বেচি ভাল পাওঁ। পানীত কেৱল নিমখ-জলকীয়া দি সিজোৱা মাছ আৰু মাংসৰ সোৱাদ নানা তৰহৰ মছলা সানি তেলত ভজা মাছ মাংসৰ সোৱাদতকৈ ভাল। মছলাই পেট বেয়া কৰে। কিন্তু এটা কথা ঠিক, কুকুৰা ছাগলী আদিৰ মাংস আৰু বৌ, বৰালী, চিতল আদি ডাঙৰ মাছবোৰ মছলা নিদিলে খাবই নোৱাৰি, গোন্ধায়।"

"ঘৰৰ মানুহে আপোনাক বিচাৰি হয়তো হাৰাবান হৈছে, অথচ আপুনি ইয়াত নিশ্চিন্ত মনে কথা কৈ বহি আছে।

আপোনালোকৰ মোমাইদেউহঁত আছি আপোনালোকৰ ঘৰত সোমা-লেই নহয়। তাই যাবৰ বাবে উচপিচাবলৈ ধৰিলে।

"অ হয়নেকি ? বলা, বলা তেন্তে" প্ৰেমটাছি লৰা-লৰিকৈ উঠিল। বাহিৰত অহাৰ পিছতো সি পুনৰ উভতি জুপুৰীটোত সোমাল আৰু পকেটৰ পৰা চিগাৰেট এডাল উলিয়াই লৈ আঙঠাত সংযোগ কৰি জ্বলাই লৈ ওলাই আহিল। খোজৰ লগে লগে চিগাৰেটৰ ধোঁৱা এৰি দি সি লাঙা দৈমাক সুধিলে; "চিগাৰেট খাবা নেকি "?

"নাই। নাখাওঁ।"

"খোৱা।" সি পকেটৰ পৰা আৰু এডাল চিগাৰেট উলিয়াই তাইক দিলে।

"নাই। মই বিড়ি চিগাৰেট একো নাখাওঁ।"

"ভাল, ভাল, বঢ়িয়া কথা! ছোৱালী মানুহে বিড়ি চিগাৰেট খালে বৰ বেয়া দেখি। নাখাই ভালেই কৰিছা। "সি চিগাৰেট ডাল পুনৰ পকেটত ভৰাই পেকেটটো জেপত সুমুৱাই থলে। যোৱাৰ আগতে সি জুপুৰিটোত এবাৰ চকু ফুৰালে। তাৰ পাছত খোজ আৰম্ভ কৰিয়েই কবলৈ আৰম্ভ কৰিলে, "এনেকুৱা এটা নিৰ্জন ঠাইত ঠিক এনেকুৱা জুপুৰিত তোমাৰ দৰে ধুনীয়া ছোৱালী এজনীক লগত লৈ আনন্দত দিনবোৰ কটাই দিবৰ মন যায়'।

তাৰ কথা শুনি লাঙা দৈমা আনন্দমিহলি লাজত ৰঙচুৱা হৈ পৰিল। তাই সৰুকৈ, অথচ প্ৰেমটাছিয়ে শুনাকৈ ক'লে, "থাকক না!"

"কাক লগত লৈ, তোমাক ?"

"মোক কিয় ? আপোনাৰ নিজৰ এজনী আছেই নহয়।"

"কোন ?"

"কোন মই কি জানো ?"

"কোৱাচোন কোৱা!

"নকওঁ।"

"কোৱা !"

"উহঁ, নকওঁ ।"

"নকলে কিন্তু মই নেৰো ।"

"কি কৰিব আপুনি ?"

"আজিৰ পৰা তোমাক নামাতো ।"

"মাতিছে কিয় ? আপোনাৰ বোমডিলাৰজনীকে মাতি থাকক ।"

"কোনে ক'লে তোমাক ?"

"কব লাগেনে ? সকলোৰে দেখোন মুখে মুখে ।" এইবাৰ প্ৰেমটাছি চুপ হৈ গ'ল ।

"বিয়াখন কেতিয়া পাতিব ?" লাওাই কিছুসময় বিৰাজ কৰি মৌনতা ভঙ্গ কৰিলে ।

"কিয় ?"

"তাই ঘৰলৈ বোৱাৰী হৈ আহিব । তাইক চাবৰ বৰ মন গৈছে" কথা কওঁতে তাইৰ মাতটো ককণ হৈ পৰিল । মনৰ দুখ আৰু দুৰ্ব্বলতা যাতে প্ৰকাশ নহয় তাৰ বাবে তাই এইবাৰ জোৰেৰে মুখত হাঁহি আনি ক'লে; "নবৌজনী খুউব ধুনীয়া নহয় ?"

"ধুনীয়াই হয়, কিন্তু তোমাৰ সমান নহয় ।"

"ইছ মইনো কত ধুনীয়া," নিজৰ ৰূপৰ প্ৰশংসা শুনি দুখৰ মাজতো তাইৰ অলপ ভাল লাগিল ।

"সঁচাকৈ লাওা, তুমি বৰ ধুনীয়া, খুউব ধুনীয়া, তুমি ভাল লৰা এটা পাবা ।"

"আমাৰ দৰে দুখীয়া মাউৰী-ছোৱালীক কোন ল'ৰাই গ্ৰহণ কৰিব ?" অলপ আগতে পোৱা আনন্দ তাইৰ আকৌ মুহূৰ্ত্ততে নাইকিয়া হল ।

"নকৰিব কিয় ? তোমাৰ পাছত যে কিমান ল'ৰা লাগি আছে তুমি জানো গম নোপোৱা ? কিন্তু তোমাক ইমান মৰম লাগে যে তোমাক মই কালৈকো এৰি দিবৰ মন নাযায় । মই ভাবিছো কি জানা ? চাংখাদ্দু যেতিয়া পঢ়া শুনা শেষ কৰি আহি

তেতিয়া তোমাক মই তালৈ লৈ আনিম। আচ্ছা আজিৰ পৰা তোমাক ভাই-বোৱাৰী বুলিয়েই মাতিম দিয়া।"

"যা, কি কথাবোৰ কয় আপুনি!"

"ভাই-বোৱাৰী! ভাল লাগিছেনে শুনি?"

"এনেদৰে জোকালে মই কিন্তু আপোনাৰ লগত নাযাওঁ। তাই প্রেমটাছিক বাট এৰি দি একাষত থিয় হল।

"নোজোকাও বাৰু, বলা, বলা।"

দুয়ো পুনৰ আগবাঢ়িবলৈ ধৰিলে। যাওঁতে লাঙা দৈমাই ভাবি গ'ল, "তেখেতে মোক ভাল নাপায়, মোৰ মনৰ কথা অকণো বুজি নাপায়। মা'ৰ মৃত্যুৰ সময়ত তেখেতৰ মাৰাই মা'ক কথা দিছিল মোক তেখেতলৈ নিম বুলি। তেতিয়াৰ পৰাই মই তেখেতক দেৱতাৰ দৰে পূজা কৰি আহিছো, মোৰ দেহ-মন তেঁখেতৰ কাৰণেই অর্পিত কৰি থৈছো। তেখেতে সেই কথা শুনা নাছিল নেকি বাৰু? নে শুনি নজনাৰ ভাওঁ জুৰি আছে? মই দুখীয়া, মই মাউৰী, মোৰ কোনো নিজা বুলিবলৈ মানুহ নাই, লিখা-পঢ়া মই নাজানো, গতিকে তেখেতে মোক তেখেতৰ বাবে উপযুক্ত বুলি ভবা নাই, মোক মানুহ বুলিয়েই গণ্য কৰা নাই। যাক মই আপোন বুলি ভাবো সি মোক পৰ বুলি ভাবিছে। এই পৃথিৱীত মোৰ আপোন বুলিবলৈ কোনো নাই, মই অকলশৰীয়া, একেবাৰেই অকলশৰীয়া কথাটো ভবাৰ লগে লগে তাইৰ দুগালেদি দুধাৰি লোতক বৈ আহিল। তাই লৰালৰিকৈ নিজক সংযত কৰি পেলাই চকুপানী খিনি মচি পেলালে। তাই আগে আগে আহি থকা স্বত্বেও ঘৰৰ সমস্যাৰে ভাৰাক্রান্ত হৈ থকা প্রেমটাছিৰ চকুত তাইৰ দুৰ্ব্বলতা, তাইৰ কান্দোন আৰু বেদনা জৰ্জ্জৰিত দেহাৰ কম্পন ধৰা নপৰিল।

প্রেমটাছি আৰু লাঙাদৈমা আহি ঘৰৰ ওচৰত উপস্থিত হ'ল। অলপ দূৰৰ পৰাই সিহঁতৰ কাণত ঘৰৰ ভিতৰৰৰ পৰা ভাহি অহা অসংখ্য মাতৰ অসংলগ্ন গুঞ্জন পৰিল তাৰ লগে লগে প্রেমটাছিৰ বুকুৰেও ধান বনাদি বানিবলৈ আৰম্ভ কৰিলে। জীৱনত কোনো দিনে অনুভৱ নকৰা ভয় আৰু উদ্বেগৰ ভাব এটা মনত

অতল তলিৰ পৰা উঠি অহাত তাৰ মুখ-মণ্ডলত বিন্দু বিন্দু ঘাঁমৰ কনিকা জিলিকি উঠিল। হঠাৎ লাওাদৈমাই উভতি প্ৰেমটাহিৰ মুখলৈ চালে, তাৰ পাছত সংযত মাতেৰে ক'লে, "মই ঘৰলৈ যাওঁ, আপুনিও যাওক। দুখ কৰি লাভ নাই। জীৱনত ভাল বেয়া, জয় পৰাজয় আছেই। মাথোন আপুনি নিজে ধৈৰ্য্য ধৰি থাকিলেই হ'ল।"

"ভাল বাৰু!" দুখৰ মাজতো লাওাদৈমাই তাক উপদেশ দিয়া দেখি তাৰ হাঁহি উঠি গ'ল। কিন্তু তাই বেয়া পাব বুলিয়েই সি গম্ভীৰ ভাবেৰে তাইক এৰি আঁতৰাই গ'ল।

# পোহৰ

প্ৰেমটাহিয়ে দেখিলে, ঘৰৰ চোতাল, বাৰান্দা আদিত ঔৎসুক্য মানুহৰ ভীৰ। দেখিয়েই তাৰ খঙে মূৰৰ চুলি পালে গৈ। মানুহ বিলাকক তাৰ লাঠি এডালেৰে কোবাই কোবাই তাৰ পৰা খেদাই দিবৰ মন গ'ল। কিন্তু সি নিজৰ অদম্য ইচ্ছাক দমন কৰি আগুৱাই গ'ল। তাক দেখি জুমৰ মানুহবিলাকে মাজত যাবৰ *কাৰণে বাট কৰি দিলে। তাৰ মাজেদি সুৰ-সুৰকৈ সি আগবাঢ়ি গ'ল। গৈ থাকোঁতে দুই-এজনে ভাললৰি বোলাবলৈ কোৱা সি শুনি-বলৈ পালে; "ইমান সময় ক'ত সোমাই আছিলি? যা যা বোপাই তোক বিচাৰি দেউতাহঁত হায়ৰান হৈছে। ধৈৰ্য্য ধৰি কাম কৰি যাবি। বিপদৰ সময়ত ধৈৰ্য্য হেৰুৱালে সকলো থানবান হৈ যাব।"

পাছফালৰ পৰা অন্য এজনে কোৱা তাৰ কাণত পৰিল; "আমি আছো বোপাই, কিবা দৰকাৰ হলে আমি সহায় কৰিবলৈ সাজু আছো।'

বাহিৰত যেনেদৰে ঔৎসুক্য, উৎকণ্ঠিত মানুহৰ ভিৰ, ঘৰৰ ভিতৰতো তেনেদৰে ভিৰ। দুৱাৰদলি পাৰ হৈ সি অৱশ্যে ঘৰৰ একেবাৰে অভ্যন্তৰত সিমান মানুহৰ ভিৰ নেদেখিলে। যি কেইজন মানুহ তাত আছিল সেইবোৰ অথবা নিজৰ অওহী-বওহীৰ বুঢ়া মেথা সকল নাইবা পেনজেহঁতৰ দলৰ মানুহ। তেওঁলোক সকলো শৃঙ্খলিত ভাবে বহি আছে। জুহালৰ এটা মূৰত কেজাও তাৰ ঠিক তলত লামদৈমা। লামদৈমাৰ তলত কেজাওৰ বয়সৰ নিজ বওহৰ তিনিজন বুঢ়া আৰু আধা বয়সীয়া কেইজনমান মানুহ। জুহালৰ বিপৰীত দিশত কেজাওহঁতৰ ফালে মুখ কৰি পেনজে আৰু তেওঁলোকৰ দলৰ অন্য কেইজনমান মানুহ। কেজাও আৰু

লামদৈমাৰ ভিডিত একোখন নতুন খাটা, সন্মুখত টেক * তাত পাৰি লাউপানীৰ দুটা পাত্ৰ। তদুপৰি সকলোৰে সন্মুখত একোটা লাউ-পানীৰ পাত্ৰ। প্ৰেমটাছিক সোমাই অহা দেখি সকলোৱে তাক স্বাগতম জনালে। লামদৈমাৰ ঠিক তলত বহা বুঢ়া মানুহজন আৰু তলৰ ফাললৈ চুচৰি গৈ প্ৰেমটাছিৰ কাৰণে ঠাই উলিয়াই দিলে। কিন্তু প্ৰেমটাছিয়ে ঘৰৰ এক চুকত বহিব খোজা দেখি সকলোৱে প্ৰায় চিঞৰি উঠিল, "বোপাই, তাত নহয়, ইয়াত বহা। মাৰ তলত বহা। ঘৰৰ ডাঙৰ ল'ৰা হিচাপে আজি এনেকুৱা সময়ত ইয়াত বহিব লাগে।"

অৱশেষত উপায় নাপাই প্ৰেমটাছি মাকৰ কাষত বহিল। পেনজেৰ ডাঙৰজনী বোৱাৰীয়েকে আহি প্ৰেমটাছিৰ ভিভিটো এটা খাটা পিন্ধাই দিলে আৰু সন্মুখত এখন টেক থৈ তাৰ ওপৰত পাত্ৰ এখন ৰাখি টৈমৰে * চুঙত অনা লাউপানী বাকী দি ক'লে "খাওঁক।"

প্ৰেমটাছিয়ে পাত্ৰটো দুহাতেৰে দাঙি দুচুমুক লাউপানী খাই পুনৰ তলত থৈ দিব খোজা দেখি পেনজেই ক'লে, "তিনি চুমুক খোৱা। তিনি চুমুক খোৱা নিয়ম। প্ৰেমটাছিৰ আৰু এটা চুমুক মাৰি পাত্ৰটো টেকৰ ওপৰত থৈ দিয়াৰ লগে লগে পেনজেৰ বোৱাৰীয়েকে লাউপানী ঢালি পাত্ৰটো পুনৰ ভৰ্ত্তি কৰি থৈ গ'ল।

পেনজেই এইবাৰ আৰম্ভ কৰিলে, "আমি তোৰ কাৰণেই বাট চাই আছিলো। এতিয়া তই আহি পাইছ যেতিয়া আমি আমাৰ আহুল কথাৰে আহিব খুজিছো। আমি কিহৰ কাৰণে ইয়ালৈ আহিছো সেই কথা দ্বিতীয়বাৰ কোৱাৰ প্ৰয়োজন নাই। আমাৰ যিখিনি কথা কব লগা আছিল সকলো খালাপো যোগে

---

* টেক :- সাধাৰণতে সন্মানিত ব্যক্তি তথা আমহিক লাউপানী দিবৰ সময়ত লাউপানীৰ পাত্ৰ-পীৰাৰ সমান সৰু টেবুল এখনত থোৱা হয়। তাকে টেক বুলি কোৱা হয়।

* টৈমৰে চুঙ :- শুভ-কাৰ্য সম্পন্ন কৰাৰ সময়ত বিশেষ ভাৱে সজ্জিত পাত্ৰত লাউপানী লৈ অনা হয়। সেই পাত্ৰটোকে টৈমৰে চুঙা বোলে।

কোৱা হ'ল, তহঁতৰ কবলগা কথাখিনিও শুনিলো। এতিয়া তাতকৈ বেলেগ কথা কব লগা নাই বুলিয়েই মই ভাবো। মুখামুখিকৈ বহি কথা পাতিলে বহু কথাই কব পৰা নাযায়, খং উঠাবলগীয়া কথাই খং নোতোলে, খং নকৰিবলগীয়া কথাতেই খং উঠে. তথাপিও ভবিষ্যতক ভবিষ্যতৰ াতত এৰি দি কব লগাত পৰিছো, আমাৰ সমাজত প্ৰচলিত ৰীতি-নীতি মতে মাইকী মানুহৰ গা-ধন তাইৰ মৃত্যুৰ পাছত তাইৰ সন্তান-সন্তানাদিৰ পৰা আদায় কৰা হয়। যেতিয়ালৈকে এজনী মাইকী মানুহৰ গা-ধন লোৱা নহয়, তেতিয়ালৈকে তাই আপোন ককায়েক-ভায়েকৰ হৈ থাকে, গা-ধন লোৱাৰ পাছতহে তাই সম্পূৰ্ণৰূপে পতি-পুত্ৰৰ হৈ পৰে' বাইদেউক মই এতিয়া সম্পূৰ্ণৰূপে পতি-পুত্ৰৰ হাতত তুলি দিব বিচাৰিছো। কিন্তু এই-খিনিতে মই সুধিব খুজিছো, বাইদেউক এনেই পতি-পুত্ৰৰ হাতত তুলি দিলে জানো হব? বাইদেউক আপোনালোকৰ হাতত তুলি দিলে জানো হব? বাইদেউক আপোনালোকৰ হাতত তুলি দিয়াৰ াবদ আমাক বনৰীয়া গাহৰিৰ মূৰ লাগে, ভালুকৰ মূৰ লাগে।"

"আপোনাৰ কথা শুনি ভাল পালো। আপোনালোকৰ দাবী আমি মানি লৈছো বুলি খালাপো যোগে আপোনালোকক ইতিমধ্যে জনোৱা হৈছে।" কেজাঙে ক'লে।

'আৰু আমাৰ দাবী আপোনালোকে পূৰণ কৰিব বুলি আশা কৰিছো।" পেনজেই ক'লে।

'দুখীয়া মানুহৰ ঘৰত বায়েৰাক বিয়া দিলে! গতিকে আমাৰ পৰানো কি বেচি আশা কৰিব পাৰে? তথাপিও আমি আমাব ামৰ্থ্যানুযায়ী আপোনালোকৰ দাবী পূৰণ কৰিবলৈ চেষ্টা কৰিম।" কেজাঙে ক'লে।

"ঠিক আছে। আমাৰো বৰ বেচি দাবী নাই। নিয়মমতে আমি যিখিনি পাব লাগে তাকে লম, তাতকৈ বেচি আমি আপোনালোকৰ পৰা দাবী নকৰো।" পেনজেই ক'লে।

"কৈ যাওক, কি কি লাগে?" কেজাঙে অনুমতি দিয়াৰ সুৰত ক'লে।

এইবাৰ পেনজেই কৈ গ'ল, মানুহৰ মূল্য কোনো বস্তুৰেই জুখিব নোৱাৰি। জোখটোও উচিত নহয়। আমি আপোনালোকৰ আগত বাইদেউৰ মূল্যাঙ্কন কৰিবলৈ অহা নাই, তেনে কৰি বাইদেউক অপমানিত কৰিবও বিচৰা নাই। তথাপিও চিৰা-চৰিত ৰীতি মতে আৰু প্ৰীতিৰ চিন স্বৰূপে আমি আপোনালোকৰ পৰা দুটা ঝাত * এডৰা খেতিৰ মাটি, দুটা ঘোঁৰা, এটা বলদ বা দুটা গাই গৰু, পাঁচটা চৰীয়া, পাঁচখন এড়ি কাপোৰ আৰু সৰু-সুৰা পাঁচটামান কপৰ অলঙ্কাৰ পাম বুলি আশা কৰিছো।"

পেনজেৰ দাবী শুনি কেজাঙৰ দলৰ মানুহৰ চকু কপালত উঠিল। কেজাঙে কিবা এটা কোৱাৰ আগতে এইবাৰ বুঢ়া মানুহ এজনে ক'লে, 'আপোনালোকৰ দাবী বৰ বেচি হৈছে। মই জীৱনত এনে বহুত গা-ধন দিয়া ঘটনা দেখিছো। কিন্তু কাৰোবাৰ জীৱিতকালত তাইৰ গা ধন লোৱা ঘটনা এই প্ৰথম দেখিছো। জীৱিত কালত কাৰোবাৰ গা-ধন ললে বহুত কম সম্পত্তি পায় বুলি বুঢ়া মেথাসকলে কোৱা শুনিছো। দৰাচলতে আপোনালোকে যিখিনি বস্তু দাবী কৰিছে তাৰ চাৰি-ভাগৰ এভাগ বস্তুও আপোনালোকৰ ন্যায্য নহয়। আপোনালোকে আকৌ এবাৰ কথাটো বিবেচনা কৰি চাওক।"

"বিবেচনা কৰি চাবলৈ একো নাই, আমি যি দাবী কৰিছো, তাক দিবই লাগিব"—দৰজি চেৱাঙে মাজত তপৰাই কৈ উঠিল। দৰজি চেৱাঙৰ কথাত কেজাঙৰ দলৰ ডেকা এজনৰ তপৰাই খং উঠি আহিল। সিয়ো লগে লগে সুধি পেলালে, "যদি নিদিও কি কৰিবি ?"

"কথা বেয়া হব।" দৰজি চেৱাঙে ক'লে

"চুপ কৰি থাক বোপাই, তোক মাজতে কোনে মাতিবলৈ কছে ?" পেনজেই কৈ উঠিল ।

"নাই, চুপ হৈ মই থাকিব নোৱাৰো। আমি ইয়াত দৰ-দাম কৰিবলৈ অহা নাই, বৰঞ্চ আমি আমাৰ প্ৰাপ্য দাবী লৈ আহিছো। গতিকে আমি দাবী কৰা মতে গা-ধন দিবই লাগিব। নহলে......

* ঝাত :- পিতলৰ চৰিয়া।

"নহলে কি কৰিবি?" একেজন ডেকাই টান মাতেৰে সুধিলে।

"গাৰ বলেৰে কাঢ়ি উলিয়াই লৈ যাম।"

"চাও, তোৰ গাৰ শক্তি কিমান?" হাতৰ আস্তিন কোচাই ডেকাজনে চেলেঞ্জ জনালে। লগে লগে দৰজি চেৰাঙৰ আৰু লগৰ দুজন ডেকা আগুৱাই আহিল। প্ৰেমটাছিয়ে উঠি গৈ নিজৰ ফালৰ ডেকাজনৰ সন্মুখত ঠিয় হ'ল আৰু জোৰে জোৰে চিঞৰি দৰজি চেৰাঙহঁতক ক'লে, "সাৱধান, কোনেও যেন এইখন ঘৰত মাৰপিট নকৰে। মাৰপিট কৰিলে কথা কিন্তু বেয়া হব। তহঁতে যি বিচাৰি আহিছ তাকে লৈ গুছি যা ...."

ইতিমধ্যে ঘৰখনত হুলস্থুল লাগি পৰিল। নানা ধৰণৰ কথাই ঘৰখন উৰাই নিয়াৰ উপক্ৰম হ'ল। কাৰো মাত কাৰো কানলৈ নোযোৱা হ'ল। কিন্তু সকলোৰে অসংলগ্ন মাতৰ মাজত লামদৈমা, ৰিনচিন ৱাংজন আৰু পেমাৰ জোৰে জোৰে চিঞৰি কন্দা মাত শুনা গ'ল।

দৰজি চেৰাঙে প্ৰেমটাছিৰ কথা কেইষাৰ শুনিলে। লগে লগে মনৰ আনন্দত সি লগৰ দুজন বন্ধুৰ সহায়ত ঘৰৰ মজিয়াৰ তক্তাপোচ এখন গুচালে আৰু তলৰ মহলাত সোমাই গৈ ঝাত দুটা উলিয়াই আনিলে ঘৰখনত ক'ত কি বস্তু আছে সি সকলো জানে। গতিকে ঝাত কেইটা উলিয়াই অনাৰ পাছত ওপৰৰ মহলালৈ উঠি গ'ল আৰু আঠখনমান চৰীয়া আনি ঘৰৰ সোঁ মজিয়াত জমা কৰি পেলালে। তাৰ পাছত প্ৰেমটাছিৰ সন্মুখত আহি সি ক'লে, "বাকচ আলমাৰি মই নুখুলো, তই এড়ি কাপোৰ আৰু অলঙ্কাৰ কেইটা আনি দে।"

কান্দি থকা মাকৰ ডিঙিৰ পৰা চাবিকোচা লৈ প্ৰেমটাছিয়ে দৰজি চেৰাঙলৈ দলিয়াই দি কলে, "মজিয়াৰ তক্তাপোচ গুচাই ঝাত দুটা নিব পাৰিছ যেতিয়া বাকচ, আলমাৰি আদিও খুলিব পাৰিবি। যা, খুলি লৈ যা।"

চাবিকোচালৈ দৰজি চেৰাঙ যাবলৈ ওলাইছিল মাত্ৰ তেনেতে পেনজে দৌৰি আহি দৰজি চেৰাঙৰ বাট ভেটি ধৰি ক'লে, "দে, চাবিকোছা, দে মোৰ হাতত, তোৰ কথা বাঢ়ি গৈছে, তাৰ ফল

ভাল নহব ।"

"নিদিও, শুহু ইয়াৰ পৰা, সি দেউতাকক ঠেলি বগৰাই থৈ ওপৰ মহলালৈ উঠি গ'ল আৰু এসোপা এড়ি কাপোৰ আৰু আ-অলঙ্কাৰ লৈ নামি আহিল। বস্তুবোৰ এঠাইত জমা কৰি থৈ সি প্ৰেমটাছিক সুধিলে, 'কোনখন খেতিৰ মাটি দিবি ক' ?"

"প্ৰাউদিওৰ খেতি দিছো, প্ৰেমটাছিয়ে চিঞৰিলে ।

"আৰু গৰু-ঘোঁৰা ?"

"হাবিৰ পৰা বিচাৰি লৈ যা !"

"ঠিক আছে আবেলি আমি আকৌ লগ পাম । আটাইতকৈ ডাঙৰ কাম বাকী আছেই ।"

"ক'ত লগ পাম ?"

"গাওঁৰ মূৰত ।"

"ঠিক আছে ।"

"বস্তু কেইটা লৈ দৰজি চেৰাওৰ দলটো যাবলৈ ওলাল । তাকে দেখি লামদৈমা দৌৰি আহি দৰজি চেৰাওৰ বাট ভেটি ধৰি কবলৈ আৰম্ভ কৰিলে ; "বোপাই, মোৰ বোপাই, মোৰ গা-ধন নিয়াৰ লগতে মোকো মাৰি থৈ যা, মাৰ, মাৰ, দে মাৰ . ..."

"প্ৰেমটাছিয়ে আহি মাকক ধৰি ক'লে, "মা, সিহঁতক বাট এৰি দিয়া। আজিৰ পৰা তুমি আমাৰ, কেৱল আমাৰ ।"

দৰজি চেৰাওৰ দলটো গুচি গ'ল। বৈ গ'ল মাথোন পেনজে ঘৰৰ এটা চুকত সি প্ৰায় নিথৰ হৈ থিয় দি আছিল। তাকে দেখি লামদৈমা প্ৰেমটাছিৰ হাতৰ পৰা ওলাই গৈ পেনজেৰ কাষ চাপি গল আৰু বুকুৰ কাপোৰত ধৰি অসংলগ্ন কথাৰে গালি পাৰি পাৰি মুখত থুৰাবলৈ আৰম্ভ কৰিলে। এইবাৰ প্ৰেমটাছি কিন্তু মাকক ধৰিবলৈ নগ'ল। তাৰ সলনি কেইজনমান মানুহে লামদৈমাক ধৰি আনিলে আৰু পেনজেক ঘৰ এৰি যাবলৈ অনুৰোধ কৰিলে। পেনজেই বায়েকৰ মুখলৈ এবাৰ করুণ দৃষ্টি নিক্ষেপ কৰিলে। তাৰ পাছত তেওঁ তেওঁৰ মুখত পৰা থুবোৰ মচি নেপেলোৱাকৈ এখোজ দুখোজ দি ঘৰৰ পৰা ওলাই গ'ল।

# যোগ্য

আবেলি লগ পাম বুলি কওঁতে দৰজি চেৱাঙে কি কব খুজিছিল সেই কথা প্ৰথমতে কোনেও বুজিব পৰা নাছিল। কাৰণ ইতিমধ্যে কেজাঙৰ ঘৰত সমাধা কৰিব লগা সকলো কামেই শেষ হৈছে, তাৰ পাছত কৰিব লগা কাম একো বাকী থোৱা নাই। কিন্তু দৰজি চেৱাঙৰ উদ্দেশ্য বুজি পাবলৈ কাৰো সৰহ পৰ নালাগিল। কথাটো ওলোৱাৰ লগে লগে ঠংঙো বংশৰ মাজত এটা আলোড়নৰ ঢৌ সৃষ্টি হ'ল। ৰাংজা বংশৰ যিসকল তিৰোতাই ঠংঙো বংশৰ ঘৰত বিয়া সোমাইছিল সেই সকল তিৰোতাই কথাটো শুনিয়েই কান্দোন আৰম্ভ কৰি দিলে। ঠংঙো বংশৰ বুঢ়া মেথাসকলে কথাটো শুনিয়েই নিজৰ মাজত আলোচনা কৰাত লাগিল। ভৱিষ্যত বংশধৰসকলৰ কাৰণে এনে এটা নিষেধৰ সৃষ্টি কৰি যোৱাটো দুই এজনে পছন্দ নকৰিলে যদিও দৰজি চেৱাঙহঁতৰ দন্ত চূৰমাৰ কৰি সিহঁতক ভালদৰে এশিকনি দিবলৈ বেছিভাগ মানুহ সাজু হ'ল। বুঢ়া-মেথাসকলৰ পৰা উৎসাহ উদ্দীপনা পাই ডেকা সকলৰ তেজৰ পিৰপিৰনি বেছি হ'ল।

ঠিক যেতিয়া এইবোৰ ঘটনাই ঠংঙো গোষ্ঠীৰ মানুহৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰি আছিল ঠিক তেতিয়া একেটা ঘটনাই ৰাংজা গোষ্ঠীৰ মানুহৰ মাজতো আলোড়নৰ সৃষ্টি কৰিলে। তাতে ঠংঙো ঘৰৰ যিসকল তিৰোতা ৰাংজা ঘৰত বিয়া সোমাইছিল সিহঁতৰ মাজত ক্ৰন্দনৰ ৰোল উঠিল। ৰাংজা গোষ্ঠীৰ মানুহ বিলাক আলোচনাত বহিল যদিও তেওঁলোক কোনো স্থিৰ সিদ্ধান্তত আহিব নোৱাৰিলে, বৰঞ্চ নিজৰ মাজতে তেওঁলোকে কাজিয়াৰ সূত্ৰপাত কৰি ল'লে। কিছুমানে দৰজি চেৱাঙৰ কথাৰ সপক্ষে মত দিলে, কিছুমানে তাৰ বিপক্ষে মত দিলে। কিছুমানে ক'লে, যুগ যুগ ধৰি আমাৰে এই দুই গোষ্ঠীৰ মাজত

মিলা-প্ৰীতি চলি আহিছে, তাক আমি এৰিব নোৱাৰো। আমি এতিয়াও সিহঁতৰ লগত মিলা-প্ৰীতিৰে থাকিব বিচাৰো। দুই ঘৰৰ মাজও শত্ৰুতা হ'ল বুলি গোটেই বংশ দুটাৰ মাজত শত্ৰুতা হব নোৱাৰে।"

"তাৰ মানে তহঁতে আমাৰ পৰা বেলেগ হ'ব খুজিছ? ঠিক আছে! তহঁতে আমাৰ লগ হব নিবিচাৰ, নালাগে হব। আমি কিন্তু যি কাম কৰিম বুলি ভাবিছো সেই কাম কৰিহে এৰিম। কেজাওহঁতৰ গোষ্ঠীয়ে আমাক, আমাৰ গোষ্ঠীৰ ওপৰত যি অপমানৰ বোজা জাপি দিছে তাক আমি সহ্য কৰি থাকিব নোৱাৰো। এই বিপদৰ সময়ত আমি যদি একমত হব নোৱাৰো, নিজৰ বুকুৰ কুটুমক যদি বুকুৰ পৰা একেবাৰে দলিয়াই দি পৰক যুগ যুগৰ মিলা-প্ৰীতিৰ নামত বুটলি আনি বুকুত সুমুৱাই লও, বিনা দোষত আমাৰ বুকুৰ কুটুমৰ বুকুত শেলেৰে খুচি বং চোৱা মানুহক ভাল বুলি প্ৰশংসা কৰি মুৰত তুলি লও তেন্তে অকল আমাৰ ৰাংজা গোষ্ঠীৰ মাজত ভাওনে দেখা দিব এনে নহয়, আমাৰ চেৰদুকপেন জাতিৰ সকলো গোষ্ঠীৰ মানুহে, সকলো তৰপৰ মানুহে চাই হাঁহিব, বুকুত, মুখত থু পেলাব' দৰজি চেৱাওক সমৰ্থন কৰা দলৰ মানুহ এজনে কৰলৈ ধৰিলে।

ঠিক তেনেতে গাওঁৰ এটা মূৰত বৰ ডাঙৰ গণ্ডগোল এটা হোৱাৰ শব্দ সকলোৰে কাণত পৰিল। আলোচনাৰত মানুহ বিলাক যিয়ে যেনেকৈ পাৰে তেনেকৈ ঊৰ্দ্ধশ্বাসে গণ্ডগোল হোৱা ঠাইৰ ফালে দৌৰিবলৈ আৰম্ভ কৰিলে। তাত গৈ সকলোৱে দেখিলে ঠংতো গোষ্ঠীৰ কেইজনমান ডেকাই দৰজি ফুঞ্চুক মাৰধৰ কৰাত লাগিছে। ডেকা কেইজনৰ উগ্ৰমূৰ্তি দেখি অন্য মানুহবিলাকে বাধা দিয়াৰ সাহস হেৰুৱাই পেলালে। মাৰধৰ বেচি সময় টিকি নাথাকিল। তাৰ আগতেই প্ৰেমটাছি দৰ্শকৰ ভিৰ ঠেলি ঘটনাস্থলিত আহি উপস্থিত হ'ল। প্ৰেমটাছিক দেখি দৰ্শকসকল বেচি উৎসুক্য আৰু উত্তেজিত হৈ উঠিল। দৰ্শকৰ মাজৰ পৰা কোনোবাই চিঞৰি উঠিল," আৰু এটা লগ লাগিল। আজি মানুহটো সিহঁতৰ মাৰধৰত

মৰিব। ভাছল মানুহটোবেই আহিছে !”

বাংজা মানুহ এজনে মাজতে দাঁত কৰচি গৰজি উঠিল; কেনেকৈ মাৰে চাও, আমি কি মৰি আছো নেকি ?” তাৰ পাছত সি বাংজা মানুহবিলাকৰ প্ৰতি উদ্দেশ্য কৰি আহ্বান জনালে, “তহঁতে মুখ মেলি চাই আছ্ কিয় ? আহ আহ, জপিয়াই পৰ, জপিয়াই পৰ, আজি ....।

কিন্তু মানুহজনৰ কথা শেষ হবলৈ নৌপাওতেই প্ৰেমটাছিয়ে ডেকা কেইজনৰ মাজৰ পৰা দৰজি ফুঙ্কুক কাঢ়ি আনিলে আৰু বুকুত সাবটি ধৰি মানুহৰ ভীৰৰ মাজেদি আতৰাই লৈ গ’ল, তাৰ মুখ আৰু নাকৰ পৰা ওলোৱা তেজেঁৰে প্ৰেমটাছিৰ বগা কামিজটো ৰঙা কৰি পেলালে। প্ৰেমটাছিৰ কাণ্ড কাৰখানা দেখি গাওঁৰ মানুহে তাজ্জব মানিলে। বহুতে বুজিব নোৱাৰিলে প্ৰেমটাছিয়ে কিয় মানুহজনক ডেকা কেইজনৰ হাতৰ পৰা এৰুৱাই লৈ গ’ল। বাংজা গোষ্ঠীৰ মানুহবিলাক হাতৰ আস্তিন কোচাই আগবাঢ়ি আহিও প্ৰেমটাছিৰ শান্ত সৌম্য ভাব দেখি ঠাইতে থৰ লাগি ৰ’ল। দৰজি ফুঙ্কুক হেপাহ পলুৱাই কিল ঘোচা দিব নোৱাৰাত মুখৰ পৰা মাংসৰ টুকুৰা হেৰোৱা কুকুৰৰ দৰে সিহঁত গেঙেৰি মাৰি থাকিল, কিন্তু প্ৰেমটাছিৰ লগত কাজিয়া কৰিবলৈ সিহঁতৰ সাহে নুকুলালে।

দৰজি চেৱাঙে লিঙঝিকৰ বাবে উপযুক্ত শিল এটুকুৰা বিচাৰি গৈছিল। বহুত পৰ বিচাৰি বিচাৰি হাবিৰ পৰা প্ৰায় ডেৰমিটাৰ মান দীঘল আৰু আঢ়ৈ ফুটমান বহল শিল এটুকুৰা বাচি ৰচী লগাই নিজে পিঠিত কাঢ়িয়াই আনিলে। আহিয়েই যেতিয়া কেম্পত শুনিলে দৰজি ফুঙ্কুক ঠংগো গোষ্ঠীৰ ডেকাসকলে মাৰ-ধৰ কৰিলে তেতিয়া সি খঙত জ্বলি পকি উঠিল। অকল দৰজি চেৱাঙৰ অন্তৰতেই নহয়, বাংজা গোষ্ঠীৰ সকলো লোকৰ অন্তৰত ঘটনাটোৱে গভীৰ হিংসাৰ জুই জ্বলাই তুলিলে। যিসকল লোক হিংসা খিয়াল আৰু দন্দ-কাজিয়াৰ বিৰুদ্ধে মত দি আছিল সিহঁতেও তাৰ পাছত নিজৰ মত পৰিবৰ্তন কৰি পেলালে। দৰজি চেৱাঙৰ লগত এদল বাংজা মানুহ হাতে হাতে লাঠি লৈ

গাওঁৰ কাজে আগবাঢ়ি আহি আছে বুলি শুনি ঠংগো গোষ্ঠীৰ মানুহবিলাক এঠাইত গোট খালে। প্ৰেমটাহিয়ে দেখিলে পৰিস্থিতি একেবাৰে গুৰুতৰ হৈ পৰিছে। এই পৰিস্থিতি যদি চম্ভালি নলে দুই দলৰ মাজত মাৰ-ধৰ কৰিবলৈ দিয়া হয় তেন্তে তাৰ বাবে দায়ী হব লাগিব সিয়েই। তাৰ দৰে দায়িত্বপূৰ্ণ চৰকাৰী বিষয়া এজনৰ উপস্থিতিত যদি গাওঁত হিংসাত্মক কাৰ্য সংঘটিত হয় তেন্তে তাৰ নাক লুকাব ক'ত? তাৰ মান-সন্মান থাকিব ক'ত? আজি যদি এনে এটা কাৰ্য্য তাৰ চকুৰ আগত সংঘটিত হয় তেন্তে নিজে আইন ৰক্ষক হৈ থকাৰ যোগ্যতাই থাকিব ক'ত? ধৈৰ্য্য হেৰুৱালে নহব, আইন আৰু শৃঙ্খলা ৰক্ষা কৰিবই লাগিব। অনেক ভাবি-চিন্তি প্ৰেমটাহি আগুৱাই গ'ল আৰু নিজৰ দলৰ মানুহক হাতযোৰ কৰি কবলৈ ধৰিলে, "নিজৰ পিতৃস্বৰূপ মোৰ বংশৰ বুঢ়া মেথা সকল আৰু ভাই-ককাইসকল, মই হাতযোৰ কৰি আপোনালোকক অনুৰোধ কৰিছো, আপোনালোকে যেন এই সময়ত বাংজা বংশৰ মানুহৰ সৈতে যুঁজ নকৰে। মাৰপিট কৰি আমাৰ একো লাভ নহয়, বৰঞ্চ তাৰ দ্বাৰা আমাৰ লোকচানহে হ'ব। হিংসাৰ দ্বাৰা শত্ৰুৰ মন জয় কৰিব নোৱাৰি বৰঞ্চ সি শত্ৰুক শক্তিশালীহে কৰি তোলে। আমি দৰজি চেৰাওৰ দলৰ মানুহৰ সৈতে অযথা মাৰপিট কৰি আমাৰ বংশলৈ কলঙ্কৰ চেকা নানিলেই বেছি ভাল হব বুলি মই ভাবো। গতিকে মই অনুৰোধ কৰিছো আপোনালোকে যেন কেতিয়াও, আগবাঢ়ি গৈ তেওঁলোকৰ দলৰ মানুহৰ গাত হাত নুঠায়?"

"সিহঁতে যদি আমাৰ ওপৰত মাৰ-ধৰ কৰে তেন্তে আমি কি সহ্য কৰি থাকিব লাগিব?"

"আপোনাৰ কথা আমি নামানো, আমি যুঁজিমেই।"

"কাজিয়াৰ সুত্ৰপাত তহঁতেই আৰম্ভ কৰিছিলি আৰু এতিয়া শান্তি শান্তি বুলি ক'লে কি হব?"

প্ৰেমটাহিৰ অনুৰোধৰ উত্তৰত নানাজনে নানা কথা কবলৈ আৰম্ভ কৰিলে। কিছুসময় দলটোৰ মাজত হৈ চৈ লাগি থাকিল। প্ৰেমটাহিয়ে তাৰ মাজতে কবলৈ আৰম্ভ কৰিলে, "শুনক, মোৰ

কথা শুনক ।"

প্ৰেমটাহিৰ অনুৰোধত হৈ চৈ কিছু শাম কাটিল। প্ৰেমটাহিয়ে সেই সুযোগতে কবলৈ আৰম্ভ কৰিলে, "মই দোষ স্বীকাৰ কৰিছো এই গণ্ডগোলৰ মূলতে ময়েই বুলি মই দোষ স্বীকাৰ কৰিছো। ঞিমাক মোমাইদেউহঁতৰ ঘৰৰ পৰা উভতাই অনাৰ সময়ত এই সামান্য ঘটনাই ইমান ভয়ঙ্কৰ ৰূপ লব বুলি মই ভাবিবই পৰা নাছিলো। মোৰ ভুলৰ শাস্তি মই ভোগ কৰিছো, ভবিষ্যতলৈ যদি আ:কৌ শাস্তি পাব লগা থাকে তাকো মই গ্ৰহণ কৰিবলৈ সাজু আছো। মোৰ দোষৰ শাস্তি মই আপোনালোকৰ ওপৰত এৰি নিদিও। আজি যি বিপদ আমাৰ সন্মুখত আহি পাইছে সি তেনেই সামান্য, মই অকলেই সেই বিপদ আতৰাই পঠাব পাৰো। মই থাকোতে আপোনালোকৰ গাত কোনেও হাত উঠাব নোৱাৰে, যদি কোনোবাই হাত উঠায় তেন্তে মই সেই মানুহজনৰ ওপৰত বিহিত ব্যৱস্থা গ্ৰহণ কৰিম। আপোনালোকেও যদি কাৰোবাৰ ওপৰত হাত দাঙে তেন্তে আইনৰ চকুত আপোনালোকো দোষী সাব্যস্ত হব। এই কথা মই প্ৰেমটাহি হিচাবে কোৱা নাই, কৈছো এজন মেজিষ্ট্ৰেট হিচাবে। আশা কৰো আপোনালোকে মোক আইন আৰু শৃঙ্খলা ৰক্ষাত সহায় কৰিব ।"

প্ৰেমটাহিৰ কথা শেষ নৌহওতেই হাত চাপৰিৰ শব্দই ঠাই-ডোখৰ মুখৰিত কৰি তুলিলে। তাৰ মাজতে এজন আদহীয়া মানুহে কবলৈ আৰম্ভ কৰিলে, "প্ৰেমটাহি তোৰ কথা শুনি আমি বৰ বং পালো। সঁচা কথা কবলৈ গলে মাৰপিট কৰি একো লাভ নাই। মাৰপিট কৰাটো আমিও নিবিচাৰো। মাথোন তই অলপ চাবি যাতে গণ্ডগোলটো পুনৰ হবলৈ নাপায় ।"

"আমি তেনেহলে এতিয়া ঘৰা-ঘৰিয়েই যোৱা ভাল হব," এজনে কৈ উঠিল ।

"এৰা, মোৰ ঘৰত আজি থৰি এটুকুৰাও নাই। ছু'ৰ মাকৰো গা ভাল নহয়। হাবিৰ পৰা খৰি জুৰি নানিলে ঘৰ লিগলাবী হব। মই যাও।" এজন মানুহ যাবলৈ ওলাল।

"ৰ'। ঘৰত আমাৰো বহুত কাম আছে। আবেলি হৈছেহে

সেয়েহে এতিয়া, খৰি লুৰিবলৈ দিনটো পৰি আছে নহয়।" অন্য এজনে মাত লগালে।

"বাৰু ঠিক আছে", মানুহজন যাব খুজি বৈ গ'ল আৰু সকলোৰে দৃষ্টি আকৰ্ষণ কৰি চিঞৰি উঠিল, "সিহঁত আহিছে, চোৰা, চোৰা।" সকলোৱে অনতি দূৰত দৰজি চেৰাঙৰ দলটো আহি থকা দেখিবলৈ পালে। লগে লগে প্ৰেমটাছিৰ দলৰ মানুহ বিলাক আপোনা-আপুনি উত্তেজিত হৈ পৰিল। প্ৰেমটাছিয়ে তেওঁলোকক সম্বোধন কৰি ক'লে, "আপোনালোকে যেন কোনেও একো নকয়, যি কব লাগে ময়েই কম।"

দৰজি চেৰাঙৰ দলটো আহি পালে। এজন ভজবজীয়া ডেকা ল'ৰা সন্মুখলৈ আগবাঢ়ি আহি সোঁহাতখন আগবঢ়াই দি ক'লে, "দে ধৰ, মোৰ হাত ধৰ*। তহঁতৰ বংশৰ এনে শক্তিশালী কোন আছে যি মোৰ হাত ধৰিব পাৰে। যদি জিকিব পাৰে তেন্তে ভালেই, যদি হাৰে তেন্তে তহঁতে সকলোৱে আমাৰ পায়খানা খাবি।"

"কিয় তহঁতৰ পায়খানা খাম? তহঁতেই আমাৰ পায়খানা খাবি। দে হাত"- এজন ডেকা হাত ধৰিবলৈ আগবাঢ়ি আহিল।

"নালাগে যাব।" প্ৰেমটাছিয়ে বাধা দি কলে।

"আহ ধৰ, ধৰ মোৰ হাত", সিফালৰ পৰা হণান আহিল।

"হাত ধৰা খেল আমি অন্য এদিনাখন খেলিম, আজি: ... প্ৰেমটাছিৰ কথা শেষ হবলৈ নৌপাওঁতেই সিফালৰ পৰা খিলকনি মাৰি হাঁহিবলৈ আৰম্ভ কৰিলে। হাঁহিৰ মাজতে সিহঁতে ঠাট্টা ইতিকিং আদি কৰিবলৈ আৰম্ভ কৰিলে।

"শুনক শুনক, মোৰ কথা শুনক", প্ৰেমটাছিৰ চিঞৰ শুনি

---

* হাত ধৰা খেল:—মনপা আৰু চেৰদুকপেন, জনজাতি সকলৰ মাজত ই এটা জনপ্ৰিয় খেল। এই খেলত এজনে অন্য এজনৰ হাতত খামুচি ধৰে আৰু অন্যজনে দ্বিতীয়খন হাতৰ সহায় নোলোৱাকৈ সেই হাত কৌশল তথা গাৰ শক্তি প্ৰয়োগ কৰি এৰুৱাব লাগে। দৰাচলতে ডেকা ল'ৰাবিলাকৰ মাজত শক্তি প্ৰতিযোগিতা কৰিবলৈ এই খেল খেলা হয়।

খন্তেক সময়ৰ বাবে মানুহবোৰ নীৰৱ হৈ পৰিল। সেই সুযোগতে প্ৰেমটাছিয়ে কবলৈ আৰম্ভ কৰিলে, "আপোনালোকে ইয়াত কি উদ্দেশ্যৰে দল বান্ধি আহিছে সেই কথা আমি জানো। আপোনালোক আহিব বুলিয়েই আমি দল বান্ধি আপোনালোকৰ কাৰণে বাট চাই আছো। কিন্তু আমাৰ উদ্দেশ্য আপোনালোকৰ সৈতে কাজিয়া কৰা নহয়!"

"তেন্তে কি উদ্দেশ্যত ইয়াত গোট খাই আছ তহঁত?"

"আপোনালোকৰ লগত আমি শান্তি স্থাপন কৰিব বিচাৰো!"

প্ৰেমটাছিৰ বাক্য শেষ হোৱাৰ লগে লগে পুনৰ হাঁহিৰ খলকনি শুনা গ'ল। তাৰ মাজতে এজনে চিঞৰি উঠিল; "কাপুৰুষৰ দল, ইমানেই যদি ভয়াতুৰ কুকুৰৰ দৰে ভুকিছিলি কিয়?"

"নাই নাই, নহব! আমাক প্ৰতিশোধ লাগে। আমাৰ মানুহক ধৰি মাৰধৰ কৰাৰ প্ৰতিশোধ আমাক লাগে।" অন্য এজনে চিঞৰি উঠিল।

"শত্ৰুতাই আমাৰ একো উপকাৰ নকৰে, বৰঞ্চ তাৰ দ্বাৰা সকলোৰে অনিষ্ট সাধন হয়। মিলাপ্ৰীতিৰে থকাৰ সমান ভাল কথা নাই। মই হাত যোৰ কৰিছো. আপোনালোকে হিংসা পৰিত্যাগ কৰক। আমাৰ মাজৰ দ্বেষ, হিংসা, খং আদি সকলো পৰিত্যাগ কৰি বলক আমি পুনৰ বন্ধুত্বৰ বান্ধোনেৰে বান্ধ খাওঁ।"

"আমাক প্ৰতিশোধ লাগে। আমাক তহঁতৰ কেচা তেজ লাগে। আগুৱাই যা তহঁত, কি বেঙাৰ দৰে চাই আছ?" ভিৰৰ পাছফালৰ পৰা অলপ বয়সস্থ মানুহ এজনে আদেশ দিলে। লগে লগে হুৰমুৰকৈ ৰাংজা বংশৰ মানুহবিলাক আগুৱাই আহিল।"

"আৰু এক খোজো আগবাঢ়ি নাহিব। যদি আহে কথা বেয়া হব। এইয়া মই প্ৰেমটাছিয়ে কোৱা নাই, কৈছো এজন হাকিম হিচাবে। যদি কোনোবাই আজি মাৰপিট কৰে তেন্তে মই পুলিচ লগাই ধৰি লৈ যাম।"

প্ৰেমটাছিৰ মাত শুনি মানুহবোৰ থতমত খাই ৰৈ গ'ল। তাৰ পাছত কিছু সময় সিহঁতে নিজৰ মাজত ফুচফুচাই কিবা আলোচনা কৰিলে। অৱশেষত দৰজি চেৰাঙে আগবাঢ়ি আহি

ক'লে, "জেলত যাবলৈ আমাৰ ভয় নাই। কিন্তু জেলত গৈ আমি গাওঁ আৰু বংশৰ নামত কলঙ্ক লগাব নোৱাৰো। গতিকে তোৰ কথামতে আজি আমি প্ৰতিশোধ লোৱাৰ পৰা বিৰত থাকিলো। সেই বুলি আমি তহঁতৰ দৰে নীচ লোকৰ সৈতে মিত্ৰতা স্থাপন কৰিব নোৱাৰো। বৰঞ্চ তহঁতৰ লগত যুগে যুগে চলি অহা সম্বন্ধ আমি চিৰি লব খুজিছো।"

"কেনেকৈ?" প্ৰেমটাছিয়ে সুধিলে।"

"লিঙঝিক * পুতি!" দৰজি চেৰাঙে উত্তৰ দিলে।

"কিন্তু ...কিন্তু তাৰ দ্বাৰা কিবা লাভ হবনে?"

"লাভ লোকচানৰ কথা আমি নাভাবো।"

"ভবিষ্যতৰ কথা ভাবকচোন .. ।"

'ভবিষ্যতৰ কথা ভাবিয়েই আমি এই কাম কৰিবলৈ ওলাইছো। তই বাধা দিলেও আমি এই কাম কৰিহে এৰিম। যা মই আনি থোৱা লিঙঝিকখন কঢ়িয়াই লৈ আন।" দৰজি চেৰাঙৰ আদেশ শুনি ৰাংজাৰ দুজন ডেকা ভিৰৰ পৰা ওলাই বাঁহৰ অভিমুখে ৰাওনা হ'ল।

---

* লিঙঝিক: শিলৰ খুটা। মাটিৰ সীমা অথবা বৰ ডাঙৰ সিদ্ধান্ত একোটাৰ চিহ্ন হিচাপে চেৰদুকপেনসকলে শিলৰ খুটা বা লিঙঝিক পুতি ৰাখে, যাতে ভবিষ্যতৰ বংশধৰ সকলক সি সেই সিদ্ধান্তৰ কথা সোঁৱৰাই ৰাখে। সেই সিদ্ধান্ত কোনোবাই লঙঘন কৰিলে উক্ত শিলচটাই অমঙ্গল সাধন কৰে বুলি চেৰদুকপেন সকলৰ বিশ্বাস।

# সোঁতৰ

গধূলিলৈ পৰিবেশ অলপ শান্ত হৈ পৰিল। দিনটো হাই-কাজিয়া, দন-খৰিয়াল আদি কৰি গধূলি সময়ত সকলো ঘৰা-ঘৰি গ'ল। সকলো ঘৰে ঘৰে শুছি যোৱাত গাওঁখন পুনৰ নিজান হৈ পৰিল। প্ৰেমটাছিৰ ঘৰত যোৱাৰ ইচ্ছা নগল। এনেই সি নদীৰ পাৰে পাৰে উদ্দেশ্যবিহীনভাবে কিছু সময় ঘূৰি ফুৰিলে। চেচা বতাহ একোজাকে মাজে মাজে তাৰ বুকু কঁপাই গ'ল। সি জাৰ অনুভৱ কৰিলে। ঘৰলৈ বুলি উভতিব খুজি সি পুনৰ ৰৈ গ'ল। তাৰ পাছত নিজৰ অজ্ঞাতে সি লিঙঝিক পোতা ঠাইৰ ফালে আগুৱাই গ'ল। এটা সময়ত সি লিঙঝিকটোৰ নিচেই কাষত আহি ৰৈ গ'ল। অনতি দূৰত থিয় হৈ একান্ত মনেৰে লিঙঝিকটোৰ ফালে চাই ৰ'ল। লগে লগে তাৰ মানসপটত দিনটোৰ ঘটনাৱলীৰ এটা এটাকৈ ভাহি আহিল।

দৰজি চেৰাঙে লিঙঝিক পুতি দুয়ো গোষ্ঠীৰ মাজত ইমান বছৰে চলি অহা সম্বন্ধৰ যোগসূত্ৰ ডাল চিঙি পেলাবলৈ ওলোৱা দেখি সি প্ৰথমতে বৰ ভয় খাইছিল। তেনে এটা কাম নকৰিবলৈ জনোৱা তাৰ অনুৰোধ দুয়োপক্ষৰ মানুহে হাঁহি উৰুৱাই দিলে। সি যেতিয়া সেই অনুষ্ঠানত নাথাকো বুলি তাৰ পৰা আতৰি যাবলৈ বিচাৰিছিল তেতিয়াও তাক ঠাইডোখৰ এৰি যাবলৈ নিদিলে। প্ৰেমটাছি সেই ঐতিহাসিক সিদ্ধান্তৰ সাক্ষী হৈ ৰব লগাত পৰিল।

ইতিমধ্যে লিঙঝিক স্থাপন কৰিবলৈ ওলোৱা খবৰটোৱে গাওঁত প্ৰায় সৰু-সুৰা ধুমুহাৰ সৃষ্টি কৰিলে।

গাওঁৰ সকলো মানুহ কাম-বন এৰি আহি ঠাইখনত ভৰি পৰিল। সকলো মানুহৰ মন কৌতূহলেৰে ভৰা। দুয়োপক্ষৰ মানুহ-বোৰে কলহে কলহে লাউপানী আনিলে, বহিবৰ কাৰণে চাৰি পাতি আদি আনি ঠাইডোখৰত পাৰি ললে। দুয়োপক্ষৰ বুঢ়া

মেথা আৰু গাওঁৰ বয়সস্থ মানুহ সকল তাত শাৰী পাতি বহিল। দৰজি চেৰাঙে কৰবাৰ পৰা চিপ্রাং এখন আনি লিঙঝিকখন পুতিবৰ বাবে গাঁত এটা খান্দি উলিয়ালে। এটা সময়ত শিল-ডোখৰ লৈ ল'ৰা দুজন তাত উপস্থিত হ'ল। কৌতুহলী জনতাই শিলডোখৰ বেঢ়ি ধৰিলে।

"সেইটোনো কি চাবলগীয়া বস্তু? গুচ গুচ," বুঢ়া মানুহ এজনে চিঞৰি উঠিল।

"এৰা, শিলডোখৰ আজিৰ পৰা সদায় দেখি থাকিবিয়েই নহয়। তাকে বেঢ়ি বেঢ়ি চাইছ কিয়? কাম কৰা মানুহক দিগদাৰ নিদিবিহঁক।" অন্য এজন বুঢ়াই ক'লে।

"তথাপিও মানুহবোৰ তাৰ পৰা আঁতৰি নগ'ল। বুঢ়া কেইজনৰ কথা সিহঁতৰ ইকানেদি সোমাই সিকানেদি সৰকি গ'ল। গাতটো খন্দা হওঁতে দৰজি চেৰাঙে উঠি গ'ল আৰু শিলচটাৰ কাষ চাপিল। তাকে দেখি বুঢ়া মানুহ এজনে সুধিলে, "গাত খন্দা হ'লনে?"

"হ'ল, লিঙঝিকটো পোতো এতিয়া।"

"নহয় বোপাই, লিঙঝিক চটা পোতাৰ আগতে চেৰকেম * দিব লাগিব। চেৰকেম দিবৰ কাৰণে লাউপানী আনিছে নে?"

বুঢ়াৰ কথা শুনি এজনী গাভৰুৱে ৰূপৰ ভিং * দুটাত লাউপানী আনি এজন পুৰোহিতৰ সন্মুখত ৰাখিলে। এচটা সৰু কাঠত জুইৰ আঙঠা আনি তাৰ ওপৰত কেইটুকুৰামান ধূপৰ কাঠ জাপি দিলে।

"গাতৰ কাষলৈকে লৈ আন, ইয়াতেই চেৰকেমটো দিয়া উচিত"—পুৰোহিতৰ মাত শুনি গাভৰুজনীয়ে আগুৱাই গৈ গাঁতটোৰ নিঃচেই কাষত চাবি এখন পাৰি দিলে। পুৰোহিতজন চাৰিত গৈ বহাৰ লগে লগে দৰজি চেৰাঙে লাউপানীৰ পাত্রটো আনি পৰোহিতৰ সন্মুখত ৰাখিলে অন্য এজন ডেকাই পহিগোৰ* খনো

---

* চেৰকেম—প্রার্থনাসূচক এবিধ পূজা। এই পূজা পুৰোহিত আৰু লামা (বৌদ্ধ) আদি দুয়োবিধ পূজাৰীয়ে কৰিব পাৰে।

* ভিং—কাৰুকার্য্য খচিত ৰূপৰ পাত্র।

* পহিগোৰ—ধূপদানী।

লৈ আহি পুৰোহিতৰ কাষত বাখি আঁতৰি গ'ল।

চন্দন কাঠৰ সৰু টুকুৰা এটাৰে ভিংৰ পৰা লাউপানী গাঁতৰ মুখত চটিয়াই চটিয়াই পুৰোহিতে মন্ত্ৰ মাতিবলৈ আৰম্ভ কৰিলে। তেনেদৰে মন্ত্ৰ মাতি চেৰকেম দিয়া শেষ হলত লিঙঝিক কৰাৰ উদ্দেশ্যে আনি থোৱা শিলচটা আনি সেই গাতত স্থাপন কৰা হ'ল। তাৰ পাছত পুৰোহিতে আকৌ চেৰকেম দিলে। দুয়োপক্ষৰ মানুহে আহি 'লিঙঝিকটোত ধৰি শপত খালে।" আমি এই লিঙ-ঝিকটোত ধৰি শপত খাইছো আজিৰ পৰা আমাৰ দুই গোষ্ঠী, অৰ্থাৎ ঠংঙো আৰু ৰাংজা গোষ্ঠীৰ মাজত কোনো সম্বন্ধ নাৰাখো আৰু ভবিষ্যতলৈ যদি এই দুই গোষ্ঠীৰ কোনো ব্যক্তিয়ে ইয়াৰ ব্যতিক্ৰম ঘটায় তেন্তে লিঙঝিকটোৱে তাৰ অপকাৰ সাধন কৰিব।"

তেনেদৰে শপত লৈ থাকোতে কোনোবা কোনোবাৰ মাত থোকাথুকি হৈ ওলাল, কোনোবাৰ চকুৰ পৰা ধাৰাসাৰে পানী বাগৰি পৰিল। শপত শেষ হোৱাৰ লগে লগে পেনজে' লামদৈমা ইত্যাদি কৰি কেইবাজনেও মাত উলিয়াই কান্দি পেলালে।

এনেক্ষণত কান্দিব নাপায়, জীৱন চুটি হব." পুৰোহিতে সকলোকে সাৱধান কৰি দিলে। তাৰ পাছত লামদৈমাক উদ্দেশ্য কৰি কোমল মাতেৰে কলে, "নাকান্দিবি আই, কান্দি আৰু কি লাভ? তোৰ পতি আছে, লৰা-ছোৱালী আছে, সিহঁতৰ কাৰণে তই হাঁহি মুখে জীয়াই থাকিব লাগিব।"

"বহক বাইজ, বহক, অনুগ্ৰহ কৰি নিজৰ নিজৰ ঠাইত বহি যাওক" বুঢ়া এজনে চিঞৰি চিঞৰি সকলোকে অনুৰোধ জনালে।

মানুহবোৰ বহিল। ৰাংজা গোষ্ঠীৰ মানুহ এফালে আৰু ঠংঙো বংশৰ মানুহ আনফালে শাৰীপাতি মুখামুখিকৈ বহিল। দুজনীমান ছোৱালীয়ে সকলোকে লাউপানী দি গ'ল।

"এয়েই আমাৰ দুই বংশৰ মাজত শেষবাৰৰ বাবে একেলগে মদ্যপান কৰা হ'ল।" ৰাংজা বংশৰ বুঢ়া মানুহ এজনে কলে।

"হয়, হয়"—এজাক মাত একেলগে সমৰ্থন কৰি উঠিল

"হয়' বুলি কোৱা মাত বেছিভাগেই দুবাৰমান উচ্চাৰণ কৰাৰ পাছত তাপ মাৰিলে যদিও দুজনমানে একেলগে আৰু কিছু কথা ক'লে। এজনে ক'লে, "ইয়াৰ পাছত আমি একেলগে মদ্যপান কৰা দূৰৰ কথা তহঁতৰ বংশই যিটো বাটেৰে যায় সেইটো বাটেৰে আমি নাযাওঁ।'

একে সময়তে অন্য এজনেও কৈ থাকিল "এয়েই আমাৰ দুই গোষ্ঠীৰ মাজত শেষ মদ্যপান। এতিয়াৰ পৰা পূজা উৎসৱ আদিৰ সময়তো আমি একেলগে মদ্যপান নকৰো।"

"বুজিছ নহয় প্ৰেমটাছি, এইবোৰ নিয়ম বৰ ডাঙৰ নিয়ম অকল চৰকাৰী নিয়ম পালন কৰিলেই নহয়, আমাৰ নিজৰ নিয়মো পালন কৰি যাব লাগে। বুঢ়া মানুহ এজনে প্ৰেমটাছিক উপদেশ দিবলৈ আৰম্ভ কৰিলে।

তাকে দেখি অন্য এজন বুঢ়া মানুহে বাঙ্গৰ সুৰত ক'লে, "সেইবোৰ আজিকালিৰ ল'ৰা-ছোৱালীক শিকাব লাগিছেনে? সিহঁতেই আমাতকৈ বেচি আমাৰ নিজৰ নিয়ম-কানুনবোৰ জানে, নজনাহেঁতেন আজি জানো এনেদৰে একেলগে বহি লিওখিক পূতি শেষ পৰ্ব অনুষ্ঠিত কৰিব পাৰিলোহেঁতেন নে?"

"আজিকালিৰ ল'ৰা-ছোৱালীবোৰ সকলো অথলে গৈছে। পঢ়াশুনা কৰি নিজ গাওঁ বংশৰ নাম উজ্জ্বল কৰক সলনি গাওঁত আহি কাজিয়াহে সৃষ্টি কৰে। ইমানবোৰ যে ঘটনা হৈ গ'ল সকলোৰে মূলতে সিহঁত দুটাই, "প্ৰেমটাছি আৰু দৰজি চেৰাঙক লক্ষ্য কৰি বুঢ়া মানুহজনে ক'লে।"

বুঢ়াৰ কথা শুনি প্ৰেমটাছিয়ে তলমূৰ কৰিলে বহুত সময়লৈকে' নানাজনে নানা ধৰণৰ মন্তব্য কৰি থাকিল। এটা সময়ত সকলো ঘৰাঘৰি গুচি গ'ল। শূন্য ঠাই ডোখৰৰ সোঁমাজত লিওখিকটোৱে মূৰ দাঙি থিয় হৈ ৰ'ল।

প্ৰেমটাছি গোনে গোনে ঘৰলৈ নগৈ নদীৰ পাৰলৈ গ'ল। এডোখৰ শিলৰ ওপৰত বহি সি বহুপৰলৈকে নদীৰ কোবাল বুকুত স্পষ্টভাৱে চাই থাকিল। তাৰ পৰা উঠি আহি সি নদীৰ পাৰে, পাৰে কিছু সময় উদ্দেশ্যবিহীন ভাবে ঘূৰি ফুৰিলে। একোজাক

চেঁচা মলয়াই মাজে মাজে তাৰ দেহমন চুই গ'ল। এটা সময়ত সি ঘৰলৈ বুলি খোজ ললে। কিন্তু নিজৰ অজ্ঞাতে সি লিঙঝিকটোৰ কাষত গৈ উপস্থিত হ'ল। লিঙঝিকটোৰ কাষত থিয় হৈ সি দিনটোৰ ঘটনাবিলাক এটা এটাকৈ পাগুলিবলৈ আৰম্ভ কৰিলে। এটা সময়ত সি লিঙঝিকটোৰ ওপৰত হাতেৰে আলফুলকৈ স্পৰ্শ কৰি চালে। খহটা শিল টুকুৰাৰ ওপৰত তাৰ আঙুলি বুলাই গ'ল যেন সি তাৰ প্ৰেমিকাৰ গালতহে হাত বুলাইছে। চেঁচা শিলটুকুৰাৰ স্পৰ্শত তাৰ গোটেই দেহৰ মাজত এক চেঁচা বিজুলী দৌৰি গ'ল। এইবাৰ সি দুই হাতেৰে শিলটুকুৰা লাৰি চাল। শিলটুকুৰা অলপো লৰচৰ নহল। দৰজি চেৰাঙে ইয়াক বৰ মজবুতকৈ পুতিছে। "ইয়াক এতিয়াই উভালি থৈ যাব পাৰিলে ভাল আছিল। কিন্তু ইয়াক ইমান মজবুতকৈ পুতি থৈছে যে ইয়াক উভালি পেলোৱা মোৰ অকলশৰীয়া শক্তিৰ দ্বাৰা সম্ভৱ নহয়। কাৰোবাৰ সহায় হলে মই ইয়াক নিশ্চয় উভালি পেলাব পাৰিম। এদিন নহয় এদিন মই ইয়াক উভালি পেলামেই।"

ৰাতি বেচি হৈ আহিল। সি ঘৰ মুখে যাবলৈ ওলাল। যোৱাৰ আগতে সি আকৌ আলফুলে শিলডোখৰ স্পৰ্শ কৰি চালে। নিজৰ অজ্ঞাতে সি বিৰবিৰাই ক'লে; "আজি নহয় কাইলৈ তই নষ্ট হবই লাগিব। যিসকলে আজি তোক ইয়াত আনি স্থাপন কৰিলে কাইলৈ সিহঁতেই হাতুৰি আনি তোক ভাঙি চিঙি শেষ কৰিব। খণত আজি সিহঁত অন্ধ হৈ পৰিছে কাইলৈ সিহঁতে তাৰ বাবে অনুশোচনা কৰিব। "Father, forgave them; for they know not what they do."

পূব আকাশত জোনবায়ে দেখা দিলে। সেই জোনালী পোহৰত সি ঘৰ অভিমুখে খোজ দিলে।"

# ওঠৰ

"চিতা-চিন্তা দ্বয়োর্মধ্যে চিন্তানাম গৰীয়সী।" চিতাৰ জুইতকৈ চিন্তাৰ জুই বেচি ভয়াবহ। লামদেমাৰ ক্ষেত্ৰতো সেয়ে হ'ল। জীৱিত অৱস্থাতে পেনজেই তাইৰ গা-ধন আদায় কৰি নি তাইক যি অপমান দিলে সেই কথা তাই কণ্ঠেকৰ বাবেও পাহৰি থাকিব নোৱাৰা হ'ল। ফলত অহৰহ গালি-গালাজ, কন্দা-কটা কৰি থকা হ'ল। তাইৰ আচাৰ-ব্যৱহাৰবোৰ দেখি সকলোৱে তাইক এৰাই চলিবলৈ ধৰিলে। তাইক সকলোৱে এৰাই চলা দেখি তাইৰ মনত বেচিকৈ আঘাত লাগিল। অৱশেষত এদিন তাই বিচনাত আশ্ৰয় ললে। কেজাঙে পূজাৰী আনি মঙ্গল চোৱালে। পূজাৰীৰ কথামতে লামদেমাৰ স্বাস্থ্যৰ উন্নতিৰ বাবে নানা তৰহৰ পূজা পাতল কৰা হ'ল। কিন্তু একো কামত নাহিল। বৰঞ্চ তাইৰ বেমাৰে দিনে দিনে বেয়াৰ ফাললৈ চাল খালে।

মাকৰ বেমাৰৰ খবৰ শুনি এদিন প্ৰেমটাছি ঘৰত গৈ ওলাল। প্ৰেমটাছিয়ে অশেষ জোৰ কৰা স্বত্বেও মাক হস্পিটাললৈ আহিবলৈ মান্তি নহ'ল। বিফল মনোৰথ হৈ প্ৰেমটাছি নিজৰ কৰ্ত্তব্য স্থানলৈ উভতি গ'ল। এদিন অফিচত বহি থাকোতে পিয়নে আহি খবৰ দিলে, "আপোনাক লগ পাবৰ বাবে ঘৰৰ পৰা মানুহ এজন আহিছে।"

পিয়নক মাতিবলৈ কোৱাত মানুহজনক ভিতৰলৈ মতা হ'ল। ভিনিহিয়েকক সোমাই অহা দেখি সি হাঁহি মাৰি সুধিলে, "ভিনি দেখোন!"

"হয়, এইমাত্ৰ আহি পাইছো। ঘৰত দেখিলো তই নাই। গতিকে অফিচলৈকে আহিলো।"

"ঘৰৰ সকলোৱে ভালনে?

"ভাল। মাত্ৰ মাৰ টান। তোক নিবলৈ আহিছো।"

"হস্পিটেললৈ নানিলে কিয়?"

"আজি দিনটোত ভালে ভালে গৈছেনে নাই ঠিক নাই," শুকান কণ্ঠেৰে ভিনিহিয়েকে ক'লে ।

প্ৰেমটাছিৰ মুখ ক'লা পৰিল। ভয় আৰু উদ্বেগত তাৰ বুকুখনে উৰালত ধান খুন্দাদি খুন্দিবলৈ ধৰিলে। যিমান পাৰে নিজকে সংযত ৰাখি সি টেলিফোনখন দাঙি এক্সচেঞ্জত গুৱাহাটীলৈ লাইন খুজিলে। তাৰ পাছত কেজুৱেল লিভৰ কাৰণে দৰ্খাস্ত এখন লিখি উপায়ুক্তৰ ওচৰলৈ পঠাই দিলে।

এতিয়াই যাবিনে কাইলৈ পুৱাই যাবি ?

"চাও, চাংখাম্দু আৰু ক্ৰিমা লামুক ট্ৰাঙ্কল কৰিব লাগিব। লাইন যদি সোনকালে পাওঁ তেন্তে ট্ৰাঙ্কল কৰি আজিয়েই যাম।"

"কাইলৈ পুৱাই গলেও হব নেকি ? এই ৰাতিখন গলে মিছামিছি দিগদাৰি হব।" ভিনিহিয়েকে ক'লে।

"পাৰিলে আজিয়েই যোৱাৰ কথা ভাবিছো। ৰূপালৈকে গাড়ীত যাম।"

প্ৰেমটাছিয়ে কলিং বেল টিপি দিলে। কিন্তু কোনো নাহিল।

"অফিচৰ সকলো মানুহ গ'ল হবলা!" ভিনিহিয়েকে মন্তব্য কৰিলে।

"সকলো গ'ল। কেৱল মইহে বাকী আছো। আপুনি বহক, এই চকিদাৰ পিয়নবোৰ ক'লৈ গ'ল মই চাই আহো।"

প্ৰেমটাছি বাহিৰলৈ ওলাই আহিল। আহিয়েই সি অনতি দূৰত চেৰমক লগৰ বান্ধৱী এজনীৰ সৈতে গৈ থকা দেখা পালে। চেৰমক সি কাষলৈ মাতিলে।

"মই ঘৰলৈ যাব ওলাইছো!" প্ৰেমটাছিয়ে কোনো পাতনি নেমেলাকৈয়ে ক'লে।

"সঁচা!" চেৰমৰ মাতত অবিশ্বাসৰ সুৰ ফুটি উঠিল।

"সঁচা!"

"কেতিয়া যাবা ?"

"পাৰিলে আজিয়েই যাম।"

"ইহ, ফাঁকি দিছে আপুনি।"

"ফাঁকি নহয়, সচাকৈয়ে কৈছো । বিশ্বাস নাই হোৱা যদি মোৰ অফিচ ৰূমত মোৰ তিনদেও বহি আছে, গৈ সুধি নাহা কিয় ?

"তেনেহলে সচাকৈ যায় আপুনি ।

"হয় ।

"কিয় হঠাৎ এনেদৰে...... ... ।

"মোৰ মাৰ খুউব টান নৰিয়া । বাচেনে নাই ঠিক নাই হেনো !" প্ৰেমটাছিৰ মাত করুণ হৈ পৰিল ।

কিছুসময় দুয়ো নিমাতে থকাৰ পাছত চেৰমে মাত লগালে ;

"মোকো লগত নিব ?"

"কি কৰিবা গৈ ?"

"আপোনাৰ মাক মই দেখা নাই নহয় !"

"বুজি পাইছো তোমাৰ কথা । কিন্তু কাৰ লগত যাবা ?"

"মই ৰাংমুক লগ ধৰিম আৰু তাই যদি যায় তেন্তে তাইৰ লগত থাকিম ।"

"ঠিক আছে, যোৱা তৈয়াৰ হোৱা । এতিয়াই তৈয়াৰ হৈ থকা, মই আহি তুলি লৈ যাম ।"

চেৰম যাবলৈ ওলাল ।

"শুনা, যদি ক্ৰিমাহঁতক ফোন কৰিবলৈ আজি লাইন পোৱাত দেৰি হয় তেন্তে আজি যোৱা নহবও পাৰে । তুমি মুঠতে সাজু হৈ থকা । আজি যোৱা নহলে কালি পুৱাই গুছি যাম ।"

চেৰম গুছি যোৱাৰ পাছত প্ৰেমটাছি পুনৰ অফিচ ৰূমত সোমাই আহিল । তাক অহা দেখি তিনিছিয়েকে সুধিলে, কাৰ লগতনো কথা পাতিছিলি ?

"চেৰমৰ লগত !" প্ৰেমটাছিয়ে চমুকৈ উত্তৰ দিলে "কোন চেৰম ?" চিৰিঙ দৰজিয়ে পুনৰ সুধিলে । প্ৰেমটাছিয়ে উত্তৰ দিয়াৰ আগতে চাহ লৈ পিয়ন সোমাই আহিল । পিয়নটোৱে দুয়োজনকে দুকাপ চাহ ৰাখি দিলে ।

'চেৰ বাহাদুৰ গ'ল নেকি ? "প্ৰেমটাছিয়ে সুধিলে ।

"কিজানি চাহাব । মই বিচাৰি যাম নেকি ?"

"যা।"

পিয়নজন ওলাই গ'ল।

চাহ খাই খাই প্ৰেমটাছিয়ে কলে : "চেৰমৰ কথা সুধিছিল নহয় আপুনি ? তাইৰ কথা আপোনালোকক এবাৰো কোৱা হোৱা নাই। তাই এজনী মন্পা* ছোৱালী। ইয়াবে স্কুলত পঢ়ে। এই-বাৰ মেট্ৰিক দিব। কথা হ'ল, তাইক মোৰ পছন্দ হৈছে। গতিকে মা, দেউতাৰ আৰু আপোনালোকৰ অনুমতি পালে তাইকে মই বিয়া কৰাম বুলি ভাবিছো।

কিছুপৰ দুয়ো মনে মনে থাকিল। তাৰ পাছত ভিনিহিয়েকে ক'লে "মোৰনো আৰু কি আপত্তি থাকিব পাৰে। তুমি মা আৰু দেউতাক সুধি লোৱাহে ভাল হব। ছোৱালীজনী কাম কাজত কেনেকুৱা ?"

"স্কুলত পঢ়া ছোৱালী। গতিকে খেতি-বাতিৰ কামত পাকৈত হব বুলি ভাবিব নোৱাৰি। মইনো খেতি বাতি কৰি খাম নে যে কামত পাকৈত নহলে নহয়! অলপ পঢ়াশুনা জনা আৰু আলহি অথিতিক সোধ পোচ কৰিব জনা হলে ভাল। গাওঁৰ ছোৱালী-বিলাক খেতি-বাতি আদিৰ কামত ভাল, কিন্তু এওলোকে চছা-ইটিৰ লগত মিলিব নোৱাৰে, মানে, নগৰত সেইবোৰ ছোৱালীয়ে খাপ খায় চলিব নোৱাৰে।

"কথাটো সঁচা। তথাপিও মা আৰু দেউতাৰ অনুমতি নোলোৱাকৈ বিয়া নকৰাবা। তুমি যদি নিজে কব নোৱাৰা তেন্তে ময়েই কৈ দিম।" চিৰিঙ দৰজিয়ে ক'লে।

"মা আৰু দেউতাৰ অনুমতি মই নিশ্চয় লম। সেই কাৰণেই চেৰমকো ওলাবলৈ কৈছো। তায়ো আমাৰ লগত ঘৰলৈ যাব।"

"এতিয়াই যোৱাৰ কি দৰকাৰ? এনেকৈ গ'লে লোকে নানা তৰহৰ কুৎসা ৰটিব।" ভিনিহিয়েকে চেৰম যাব বুলি কোৱাত মৃদু আপত্তি কৰিলে।

তেনেতে পিয়নটো পুনৰ সোমাই আহিল। আহিয়েই সি জনালে,

* মন্পা—অৰুণাচলৰ এটা বৌদ্ধ জনজাতি।

"গাড়ীৰ ড্ৰাইভাৰ নাই, ঘৰলৈ গৈছে।"

"যা, তাৰ ওচৰলৈ গৈ গাড়ীত পেট্ৰল ভৰাই মোৰ ঘৰলৈ আনিবলৈ কৰি।"

"চাৰ, অফিচ বন্ধ কৰি যাম ..।'

"বাৰু তই অফিচ বন্ধ কৰি থৈ চেৰ বাহাদুৰক খবৰটো জনাই দিবি। আৰু যেতিয়ালৈকে মই ঘৰৰ পৰা ঘূৰি নাহো, তেতিয়ালৈকে অফিচ তলাবন্ধ ৰাখিবি।" তাৰ পাছত ভিনিহিয়েকক উদ্দেশ্য কৰি ক'লে, "বলক ঘৰলৈ। লাইন আহিলে ভাতেই সংযোগ কৰি দিব।"

প্ৰেমটাহিয়ে ফোনটো তুলি এক্সচেঞ্জত লাইনটো ঘৰৰ ফোনত সংযোগ কৰি দিবলৈ কৈ ঘৰৰ ফালে খোজ ললে।

সেইদিনা চাংখান্দুক ফোন কৰি চাংখান্দু আৰু ক্ৰিমা লামুক তেতিয়াই ঘৰলৈ মাতি পঠিয়ালে। কিন্তু পধুলি হৈ যোৱাত সেইদিনা প্ৰেমটাহিহঁত ঘৰত যোৱাৰ পৰা বিৰত থাকিব লগা হ'ল।

# ঊনৈশ

পাছদিনা গধূলি সময়ত প্ৰেমটাছিহঁত গৈ ঘৰত ওলাল। চেবমক ৰাংমুৰে লগত ৰাখিলে।

প্ৰেমটাছিক অহা দেখি বিচনাত পৰি থকা মাক উঠি বহিল। প্ৰেমটাছিয়ে দেখিলে মাক একেবাৰে খীণাই গৈ কঙ্কালসাৰ হৈ পৰিছে, দেহৰ বৰণ কলা হৈ পৰিছে আৰু চকু দুটা ভিতৰলৈ সোমাই পৰিছে। সি কিছুপৰ মাকৰ কলাপৰা দেহাটোলৈ চাই ৰ'ল। অৱশেষত বৰ আন্তৰিকতাৰে সি সুধিলে, 'মা গঃ কেনে পাইছ ?''

'মই, মই আৰু নাবাছো বোপা। তই যে আহিলি ভালে হ'ল ; মাকে সেহাই সেহাই ক'লে।

'তেনে কথা নকবি মা,''.. প্ৰেমটাছিৰ মাত থোকাথুকি হৈ গ'ল।

''ক্ৰিমা আৰু চাংখান্দু নাহিল নেকি ? ''মাকে প্ৰশ্ন কৰিলে। 'আহিব মা, আহিব। মই খবৰ দি আহিছো। কালি বা পৰহি -মানলৈ আহি পাব লাগে।''

''মৰাৰ সময়ত তহঁত সকলো ওচৰত থাকিলে মই শান্তিৰে চকু মুদিব পাৰিম ;'' কোৱাৰ লগে লগে লামদৈমাৰ চকুৰ পৰা দুটোপাল চকুলো বাগৰি আহিল। প্ৰেমটাছিয়ে নিজৰ চকুপানী সংযত কৰিব নোৱাৰিলে। মাকক কন্দা দেখি তাৰো চকুপানী ওলাই গ'ল।

''কি বিপদ ! আহিয়েই কথা নাই বতৰা নাই মাক পুতেক দুয়ো মিলি কন্দা কটা লগালেহি ! ''কেজাঙে ঘৰত সোমাই আহিয়েই ক'লে।

গিৰিয়েকৰ কথা শুনি লামদৈমাৰ কান্দি থকা অৱস্থাতো লাজ লাগিল। তাই লাজ ঢাকিবৰ কাৰণে কলে, ''যা বোপাই যা, কিবা-কিবি অলপ মুখত গুজি ল।''

কেজাৱে বহিবলৈ লৈ ক'লে ; "কালিয়েই আহি পাবি বুলি বাট চাই আছিলো । কালি আবেলিলৈকে তোৰ মাৰ অৱস্থা খুউব বেয়া আছিল। আবেলিৰ পৰা ভাললৈ আহিছে। আজি কথাও কব পৰা হ'ল। আনকি উঠি বহিছেও। নাজানো মোৰ মাই খেমাজীয়েই কৰিছে নে সচাঁসচিকৈ ভাললৈ আহিছে ! একো কব নোৱাৰা হৈছো। তই আহিলি ভাল কৰিলি। মাৰৰ অৱস্থা কেনে তই নিজে চাই যা।"

কথা শেষ কৰি কেজাৱে তাৰ লাউপানীৰ পাল্লখন মুখৰ কাষলৈ নিলে, কিবা ভাবি পুনৰ পাল্লখন মুখৰ কাষৰ পৰা আঁতৰাই আনিলে আৰু লাঙাক উদ্দেশ্য কৰি চিঞৰিবলৈ ধৰিলে : "লাঙা, অ' লাঙা, ককায়েৰা আৰু ভিনিয়েৰাক লাউপানী দিয়া নাই কিয় ? ক'ত গ'ল এই যখিনীজনী ?"

"পানী আনিবলৈ গ'ল হবলা !" লামদেমাই সেহাই সেহাই ক'লে।

"দিনটো কি কৰি আছিল ? পানী আনিবলৈও তাই সময় উলিয়াব নোৱাৰিলে," গালি পাৰি পাৰি বুঢ়া বহা ঠাইৰ পৰা উঠি আহিল। শহুৰেকক উঠি অহা দেখি চিৰিঙ দৰজিয়ে ক'লে, "আপুনি বহক মই কৰি দিছো।" সি উঠি চৌকাত পানী বহাই দিলে।

কিছুপৰৰ পাছত পানীলৈ পেমা আৰু লাঙা সোমাই আহিল। ককায়েকক দেখি পেমাই ক'লে, "অ, ককাইদেউ ! আহিলা ? বহুত সময় হ'ল হবলা ?"

"হ'লতো ! পানী এটোপা আনিবলৈ যাওতে ইমান সময় লাগেনে ?" কেজাৱে কলে।

পেমাই দেউতাকৰ কথাৰ উত্তৰ নিদিলে। আগবাঢ়ি আহি তাই চৌকাত বহাই থোৱা পানীত আঙুলি ডুবাই পানী গৰম হৈছেনে নাই চালে। বাহিৰলৈ গৈ দুডালমান খৰি আনি জুইৰ ওপৰত জাপি দি ফুৰাবলৈ ধৰিলে।

"মই যাওঁ !" ইমান সময়ে প্ৰেমচাঁছিক দেখি ন যযৌ ন তস্থৌ কৰি পানী বখা বাচনৰ ওচৰত থিয় হৈ থকা লাঙাই পেমাক উদ্দেশ্য কৰি যোৱাৰ অনুমতি বিচাৰিলে।

ফুৰাই থকা জুইৰ কাষৰ পৰা মুখ নোতোলাকৈ পেমাই ক'লে, "ইয়াত থাকি যাবি।"

"নাই, মই যাওঁ!" লাঙাই পুনৰ ক'লে।

"থাকি যাবি, আহচোন, জুই ফুৰাই দে, এন্ধাৰ হোৱাৰ আগতেই শাক বুটলি আনিব লাগে। মই যাওঁ, ককাইদেউহঁতক লাউপানী উলিয়াই খুৱাবি," কৈ কৈ পেমা জুইশালৰ পৰা উঠি আহি পাচি লৈ ওলাই গ'ল।

লাঙাই চুচুক চামাককৈ জুইৰ কাষলৈ আগুৱাই আহি অতি কষ্টেৰে জুইখিনি ফুৰাই ফুৰাই জ্বলাই দিলে। তাই লাউপানী সজা বাচনবোৰ গোটাই ধুবলৈ আৰম্ভ কৰিলে। গামলাৰ লেতেৰা পানী খিনি দুৱাৰমুখৰ পৰা বাহিৰত পেলাই দিয়েই তাই জোৰেৰে চিৎকাৰ দি উঠিল। চিৎকাৰ শুনি সকলোৰে চকু সেইফালে গ'ল। দেখিলে লাঙা লাজত কুচি মুচি দুৱাৰমুখত থিয় দি আছে আৰু এজনী অচিনাকী গাভৰু পানীত তিতি কিংকৰ্ত্তব্যবিমূঢ়ভাবে বাহিৰত থিয় দি আছে।

"কোন?" কেজাঙে সুধিলে।

"ৰাংমু! আৰু সিজনীক চিনি নাপাওঁ। ৰাংমুৰ লগত আহিছে!" কেজাঙক উদ্দেশ্য কৰি কৈ লাঙাই পুনৰ ৰাংমুক মাত দিলে, "আহা সখী আহা! ইস্! কাপোৰত পানী পৰিল নেকি? বহুত তিতিলে নহয়! তোমালোক আহি থকা মই দেখাই নাছিলো।"

"বৰ বেচি লগা নাই।" ৰাংমুৱে চেৰমৰ তিতা চাদৰখন জোকাৰি জোকাৰি ক'লে।

"কাৰ গাত পানী পেলালি?" কেজাঙে পুনৰ কৌতূহল প্ৰকাশ কৰিলে।

"জানছিৰ গাত? মই দেখাই নাছিলো। ছিঃ ছিঃ কিযে অন্ধ মানুহৰ দৰে কামবোৰ কৰিছো মই!" লাঙাই জোতেৰে ক'লে।

ৰাংমু আৰু চেৰম ভিতৰলৈ সোমাই আহিল। দুয়ো আহি লামদেমাৰ কাষত বহিল।

"বহুত তিতিল হবলা?" লামদেমাই সেহাই সেহাই সুধিলে।

"বেচি তিতা নাই। আপোনাৰ গা কেনে পাইছে?" ৰাংমুৱে

সুধিলে।

"উশাহখিনি আছে কাৰণে জীয়াই আছো। কেতিয়া প্ৰাণবায়ু ওলাই যায় ঠিক নাই," লাম্বদেমাই অতি কষ্টেৰে ক'লে।

"আপুনি ভাল হৈ যাব, কোনো চিন্তা নাই। দাদাই আপোনাক হস্পিটাললৈ নিবৰ কাৰণে আহিছে!" ৰাংমুৱে ক'লে।

"হস্পিটাললৈ নাযাওঁ আৰু আই। এই ঘৰতেই মই শান্তিৰে চকু মুদিব বিচাৰো।"

"তেনে কথা নকব আই। আপোনাৰ ভাল হোৱাটোকে আমি বিচাৰো।" তাৰ পাছত ঘৰৰ চাৰিওফালে এবাৰ চকু ফুৰাই চাই কাৰো প্ৰতি উদ্দেশ্য নকৰাকৈ ৰাংমুৱে সুধিলে, "সখী ক'লৈ গ'ল?"

"শাক বুটলিবলৈ গ'ল!" লাওাই উত্তৰ দিলে। ইমান সময়ে চেৰম মনে মনে বহি আছিল। লাওাক তাই প্ৰেমটাছিৰ ভনীয়েক বুলিয়েই ধৰি আছিল। যেতিয়া তাই গম পালে তাই ভৰা মানুহজনী নহয় তেতিয়া তাই ৰাংমুলৈ জিজ্ঞাসা ভৰা দৃষ্টি নিক্ষেপ কৰিলে। কিন্তু চেৰমৰ প্ৰতি ৰাংমু উদাসীন হৈ থাকিল। ৰাংমুৰ উদাসীনতা দেখি তাই মনে মনে ক্ষুণ্ণবোধ কৰিলে। ক্ষোভেৰে সৈতে তাই ভাবিলে, আজি মোৰ ইয়াত অহা ভুল হৈছে। এইখন ঘৰলৈ এইটো মোৰ প্ৰথম পদাৰ্পণ, প্ৰেমটাছিৰ মাক দেউতাকে মোক প্ৰথমবাৰ দেখিছে. অন্ততঃ মই কোন সেই কথা তেওঁলোকে সুধিব লাগিছিল। তেওঁলোকে নুসুধিলেও ৰাংমুৱে মোৰ পৰিচয় জনাই দিব লাগিছিল, কিন্তু তেনেকুৱা একো নহল। মই যি আশা কৰি ইয়ালৈ আহিছিলো সেই আশা ভঙ্গ হবৰ উপক্ৰম হৈছে। মোক তেওঁলোকে পাত্তাই দিয়া নাই। তেনেহলে এইখন ঘৰত মোৰ স্থান নহব নেকি? মিছাকৈ মই কিয় আহিলো? নহা হলে ভাল আছিল নেকি? নাই, ইমান নিৰাশ হোৱাৰ কোনো প্ৰয়োজন নাই। এতিয়াও সময় আছে। তেওঁৰ (প্ৰেমটাছিৰ) মাক দেউতাকক দেখি মোৰ বৰ বেয়া লগা নাই। আজি বাদে কাইলৈ এইখন ঘৰ মোৰ হবই (?) ইমান নিৰাশ হোৱাটো উচিত নহয়

"সখী, আওপানী খাওক" লাওাৰ মাতত হঠাৎ চেৰমৰ তন্ময়তা ভাঙিল। তাই লাওাৰ মুখলৈ চালে। দুয়ো দুয়োৰে চকুত পৰিল।

লাঙাৰ চকুলৈ কিছু সময় চেৰম মন্ত্ৰ মুগ্ধৰ দৰে চাই থাকিল। "আপোনাৰ লগত পৰিচয়েই হোৱা নাই নহয়?" লাঙাই হাঁহি হাঁহি পৰিচয় বিচাৰি ৰাংমুৰ মুখলৈ চালে। ৰাংমুৱে উত্তৰ দিলে, "অ, মই পাহৰিয়েই আছো, এইজনীৰ নামেই চেৰম, বোধকৰো আপোনালোকে তাইৰ নাম শুনিছে।"

নামটো শুনি লাঙাৰ মুখখন শেতা পৰিল। নিজৰ দুৰ্ব্বলতা ঢাকি তাই এটা হাঁহি মাৰি ক'লে "অ' আপোনাৰ কথা মই দাদাৰ পৰা শুনিছো। আপোনাক লগ পাই ভাল লাগিল।"

"আপোনাৰ নাম?"

লাঙাই কবলৈ মুখ মেলাৰ আগতে লামদেমাই শুই থকা অৱস্থাৰ পৰা উঠি বহিবলৈ চেষ্টা কৰা দেখি তাই আগবাঢ়ি আহি ৰোগীক উঠি বহাত সহায় কৰিলে।

"শুই নাথাকা কিয় মা? উঠি বহিলে বেমাৰ বেচি হব।" মাকক উঠি বহা দেখি প্ৰেমটাছিয়ে মাত লগালে।

'মই আৰু কিমানদিন বাচি থাকো ঠিক নাই। কিন্তু মৰাৰ আগতে মই কাম এটা কৰি যাব বিচাৰো। ৰবৰোপা, কথা দে, মোৰ কথা মানিম বুলি কথা দে।"

"কি কথা মা?"

"মৰাৰ আগতে মই তোৰ বিয়া চাই যাব খোজো। ছোৱালী মই ঠিক কৰিছো। লাঙাৰ মাক মৰাৰ আগতে মই কথা দি থৈছিলো তাইক মই মোৰ বোৱাৰী কৰিম বুলি। তই মোৰ প্ৰতিশ্ৰুতি ৰাখিব লাগিব। তই তাইক বিয়া কৰাব লাগিব। কথা দে, বিয়া কৰাম বুলি কথা দে · সেহাই সেহাই লামদেমাই প্ৰেমটাছিৰ পৰা প্ৰতিশ্ৰুতি বিচাৰিবলৈ ধৰিলে।

মাকৰ কথা শুনি প্ৰেমটাছি আৰু চেৰম ৰবৰ পৰা মানুহৰ দৰে থৰহৈ গ'ল। প্ৰেমটাছিয়ে কি উত্তৰ দিব ভাবি নাপালে। সি দেখিলে চেৰম লাহেকৈ বহা ঠাইৰ পৰা উঠি বাহিৰলৈ খোজ লৈছে। দুৱাৰ মুখলৈকে তাই আমনজিমন ভাৱে আগবাঢ়ি গৈ ঠিক দুৱাৰমুখৰ পৰা আন্ধাৰৰ মাজত দৌৰি ওলাই গ'ল। লগে লগে প্ৰেমটাছিয়ো ঘৰৰ পৰা ওলাই চেৰম যোৱাৰ ফালে দৌৰি ভাহি গ'ল।

# বিষ

গাওঁৰ কালৰ পৰা এটা অস্পষ্ট সমস্বৰ ধ্বনি বৈ বৈ ভাঁহি আহিছে। শুনি ক্রিমালামুৰ মন থক্ কৰি বৈ গ'ল। তাই ককায়েকৰ হাতখন খামুচি ধৰিলে। চাংখাম্পুৱে ভনীয়েকৰ কাৰ্য্য কলাপ বুজিব নোৱাৰি সুধিলে; "কি হ'ল? কিয় মোৰ হাতত খামুচি ধৰিছ?"

তাই উত্তৰ দিয়াৰ সলনি ককায়েকৰ মুখলৈ কান্দোনমুৱা হৈ চাই থাকিল।

'নকৰ কিয়? কি হৈছে?"

"শুনা নাই? গাওঁৰ কালৰ পৰা কান্দোনৰ মাত ভাহি অহা..." তাই হুক-হুককৈ কান্দি পেলালে।

ক্রিমাৰ কথা শুনি চাংখাম্পুৰ বুকুখনেও ধান বানিবলৈ আৰম্ভ কৰিলে। তথাপিও সি নিজকে সংযত কৰি ৰাখিলে আৰু মাতটো ভালদৰে শুনি লবৰ বাবে ভনীয়েকৰ কাষৰ পৰা আলেখিনি দূৰলৈ আগবাঢ়ি আহিল। প্ৰথমতে তাৰো এনে লাগিল যেন কোনো এজাক মানুহে বৈ বৈ বিলাপ কৰি কান্দিছে। কিন্তু ভালদৰে শুনাৰ পাছত সি বুজি পালে সেয়া নাচগানৰ মাতহে। লগে লগে ইমান সময়ে বন্ধ হৈ থকা কাণ দুখন হঠাৎ খুলি যোৱা যেন অনুভব হ'ল তাৰ। আনন্দত সি চিঞৰিবলৈ ধৰিলে, "ক্রিমা, ক্রিমা, মাৰ একো হোৱা নাই, একো হোৱা নাই, শুনা, ভালদৰে শুনা, সেইটো গানৰ সুৰহে ভাঁহি আহি আছে, 'ম্নি ৰেপি ওংটো' গানৰ সুৰ ভাহি আহিছে শুনা।"

ককায়েকৰ আনন্দ উজ্জ্বল মুখ দেখি তাই প্ৰথমতে অবিশ্বাসৰ চাৱনিৰে ককায়েকলৈ চালে, তাৰ পাছত প্ৰায় দৌৰি আহি ককায়েকৰ কাষত থিয় হৈ মাতটো হৃদয়ঙ্গম কৰিবলৈ যত্ন কৰিলে। লগে লগে তাই হাতৰ তলুৱাৰে চকুপানী মচি হাঁহি

যাঁহি ক'লে, "ছিঃ মই যে কি কৰি পেলাইছিলো।"

"ময়ো ভয় খাই গৈছিলো!" চাংখান্দুৰে ক'লে।

"ককাইদেৱে মা serious বুলি আমাক মিছাকৈ মাতি পঠাইছিল হবলা! মা serious হোৱাহেঁতেন গাওঁত এনেদৰে নাচ-গান কৰি ক'ত ফুৰ্তি-তামচা কৰিলেহেঁতেন।" ক্ৰিমাই ক'লে।

"কি ঠিক? আজিকালিৰ মানুহে ওচৰৰ ঘৰৰ মানুহ মৰিলেও নাচ-গান কৰিবৰ ইচ্ছা গলে কৰিব। মানুহৰ মনবোৰ দিনে দিনে যিহে ঠেক আৰু স্বাৰ্থপৰ হৈ গৈ আছে!"

"অৱশ্যে!"

গাওঁৰফালৰ পৰা গানৰ মাত ভাহি আহি থকা স্বত্বেও দুই ভাই-ভনী আশ্বস্ত হব নোৱাৰিলে। দুক দুককৈ সিহঁতৰ বুকু কপি থাকিল। মৌনভাবে দুয়ো আগবাঢ়িবলৈ ধৰিলে। কিছু সময়ৰ পাছত সিহঁত এটা টিলাৰ ওপৰত আহি উপস্থিত হ'ল। তাৰ পৰাই পাহাৰ নমা আৰম্ভ। তাৰ পৰাই তলত গাওঁখনো দেখা পোৱা যায়। তাৰ পৰাই নিজৰ ঘৰৰ ফালে দৃষ্টি পেলায়েই দুয়ো ভাই-ভনীৰ চকু স্থিৰ হৈ গ'ল যেন নেদেখিবলগীয়া কিবা এটাহে সিহঁতে দেখিবলৈ পাইছে। এইয়া কি কথা? তেনেকুৱা হব বুলি জনাহেঁতেন সিহঁতে খৰধৰকৈ ইমানদূৰৰ পৰা অহাৰ প্ৰয়োজন নাছিল। সিহঁতে জানো ইমানদূৰ বাট কম কষ্টৰে আহিব লগা হৈছে? ভাত নাই, পানী নাই, ক'তো অকণো আৰামেৰে বহিবৰ সময়ো নাই, সিহঁতে ইটোৰ পাছত সিটো গাড়ী সলাই দিনে-ৰাতিয়ে যাত্ৰা কৰিব লগা হৈছে। ভাবিছে ঘৰত কেতিয়া গৈ পাব। ঘৰত বা হৈছে কি? গৈ জানো মাকক লগ পাব? কিন্তু আহি যেতিয়া বাটৰ পৰা ঘৰৰ ফালে চাই দেখিলে, ঘৰৰ চালৰ ওপৰত ধোঁৱাৰ মেলা, বাটৰফালে মুখ কৰি থকা দুৱাৰখন মেলা আৰু সেই দুৱাৰেদি ক'ত মানুহ সোমাইছে গৈছে তাৰ লেখ জোখ নাই। অকল সেয়ে নহয়, যি গানৰ মাত ভাঁহি অহা শুনিছিল, সেইটোও আহিছে সিহঁতৰ ঘৰৰ পৰা। সকলো দেখা শুনাৰ পাছত দুয়ো ভাই-ভনীয়ে পৰস্পৰৰ মুখলৈ চোৱা-চুই কৰিলে। চাংখান্দুৰ মুখত খঙৰ আভাস স্পষ্টকৈ ভাঁহি উঠিল। সি দাঁত মুখ কৰচি ক'লে,

"সেই কথা। ককাইদেৱে আমাক ফাঁকি দিলে।"

"কিন্তু ঘৰত সেইটো হৈছে কি?" একো বুজিব নোৱাৰি ক্ৰিমাই সুধিলে।

"কি হ'ব আকৌ! ককাইদেৱৰ বিয়াই হব নিশ্চয়। নহলে আমাৰ ঘৰত এই দিন দুপৰত নাচ-গান কৰিবই বা কিয়?"

"ভালেই হ'ল! ককাইদেৱৰ বিয়াত যে আহি উপস্থিত হ'ব পাৰিলো।"

"কিন্তু আমাক ককাইদেৱে ইমান ফাঁকি দিব নালাগিছিল! মাৰ চিবিয়াচ বুলি এনেদৰে টেলিগ্ৰাম কৰাৰ কাৰণে আমাৰ জানো কম চিন্তা হৈছিল! তেওঁৰ বিয়া বুলি লিখি দিলেও আমি নহাকৈ নাথাকিলোহেঁতেন! মিছামিছিকৈ ইমান কষ্ট দিলে আমাক!"

"অৱশ্যে।"

দুয়ো বাই-ভনী গাওঁৰ ফালে নামি যাবলৈ ধৰিলে। পৈ পৈ সিহঁতে সৰু জুবিটো পৈ পালে। সেই জুবিটোৰ পৰাই গাওঁৰ মানুহে পানী নি খায় গা আৰু কাপোৰ কানি ধোৱে। তাত পৈ পায় সিহঁতে দেখিলে গাওঁৰে এজনী ছোৱালীৰ লগত চেৰমে পাত্ৰ এটিত পানী ভৰাব লাগিছে। ক্ৰিমাক অহা দেখি চেৰমৰ মুখখন উজ্জ্বল হৈ উঠিল। এজনী ছোৱালীৰ দৰে তাই পানী কঢ়িওৱা পাত্ৰটো এৰি দৌৰি আহি ক্ৰিমাক সাৱটি ধৰিলে। ক্ৰিমাই চেৰমৰ পাৰ পৰা নিজক একৰাই চেৰমৰ চকুলৈ চাই পঠিয়ালে। দেখিলে চেৰমৰ চকুত চকুলো। তাই আচৰিত হ'ল।

"আৰে, কান্দিছা কিয়?"

"নাকান্দিম কিয়? আনন্দত কান্দিছো!"

চকু দুটা মচি চেৰমে ক'লে।

"তোমাক ইয়াত দেখা পাম বুলি মই আশাই কৰা নাছিলো।"

"এতিয়াৰ পৰা মোক সদায় ইয়াত পাবা!" কথাখিনি কৈ চেৰমে মিচিকিয়াই হাঁহিবলৈ ধৰিলে।

একো বুজিব নোৱাৰি ক্ৰিমাই সিজনী ছোৱালীৰ মুখলৈ চাই পঠিয়ালে। দেখিলে তায়ো হাঁহি আছে। অৱশেষত তাই ক'লে, "বুজিছো!"

"কি বুজিলা ?"

আমাৰ ঘৰত কিয় নাচ-গান হৈ আছে, সৰু দাদা আৰু মোক কিয় মাতি পঠাইছিল সকলো কথা এতিয়া মই বুজি পালো !"

"কি ?"

"নকও নবৌ ! তুমি নিজে বুজি......

"তুমি মোক নবৌ বুলি মাতিলা ? সঁচা মই তোমাৰ নবৌ হলো নহয় ! বলা, সোনকালে ঘৰত বলা ! তোমাৰ 'ককাইদেৱৰ বিয়াত নাচিব লাগিব, গাব লাগিব ! আমি একেলগে নাচিম, গাম, আনন্দ কৰিম। জীৱনত এনে আনন্দ খুউব কমেই আছে ।" কৈ কৈ চেৰমে পানীৰ পাত্ৰটো পিঠিত তুলি ললে।

চেৰম আৰু ক্ৰিমাই ঘৰৰ ফালে খোজ ললে।

# প্ৰকৈশ

ক্ৰিমাৰ মনত বৰ আনন্দ। ইমান দিনে তাই আশা কৰি অহা স্বপ্ন আজি পূৰণ হ'ল। তাইৰ ককায়েকৰ বিয়া, সেই বিয়া হৈছে তাইৰে সখী, অতি মৰমৰ সখী চেৰমৰ লগত। প্ৰেমটাছি আৰু চেৰমে পৰস্পৰক কিমান ভাল পায় সেই কথা তাই জানে। ক্ৰিমাই ইয়াকো জানিছিল যে তাইৰ মা দেউতাই কেতিয়াও চেৰমক বোৱাৰী হিচাবে গ্ৰহণ কৰিব নোৱাৰে। কিন্তু আজি প্ৰেমটাছি আৰু চেৰমৰ প্ৰেমেই জয়লাভ কৰিলে। সেই কাৰণেই সিহঁতৰ ঘৰখনত আজি আনন্দৰ মেলা বহিছে।

ঘৰৰ সন্মুখ পিনে পালত এজনী ছোৱালীয়ে জুইৰ আওঠা অলপ আনি ক্ৰিমাৰ ভৰিৰ কাষত চটিয়াই গ'ল। তাকে দেখি ক্ৰিমা আচৰিত হ'ল। ঘৰৰ ভিতৰত তেতিয়াও নাচ-গান চলিয়েই আছে, অথচ তাইৰ ভৰিৰ কাষত আওঠা থাকি গ'ল কিয়? সঁচাকৈ ঘৰত কোনোবা বেমাৰী আছে নেকি? তাই আওঠাৰ ওপৰত ভৰি অলপ সেকি ভয়ে ভয়ে ঘৰৰ ভিতৰলৈ সোমাই গ'ল। ক্ৰিমাক সোমাই অহা ঘৰৰ সকলোৱে দেখিলে, কিন্তু তাইক লৈ কোনেও অকণো ব্যস্ততা নেদেখুৱালে। তাই দেখিলে মানুহেৰে ঘৰ ঠাহ খাই আছে, বুঢ়া-বুঢ়ী সকল লাউপানীৰ পাত্ৰ একোটা আগত লৈ সন্মুখত শাৰী পাতি বহি আছে আৰু ডেকা-গাভৰু সকল ভৰি পঠানৰ তলৰ ফালে থকা আহল বহল ঠাই খনত শাৰী পাতি গান গাই গাই নাচি আছে, আৰু তাৰ মাজে মাজে দুই এজনী গাভৰু ছোৱালী ব্যস্ততাৰে ইফালে সিফালে ঘূৰি কাম কৰি আছে। সেই সকলো মানুহৰ ভুম ভেদ কৰি ক্ৰিমাৰ দৃষ্টি ঘৰৰ এটা চুকত গ'ল। তাত মাকক বিচনাৰ ওপৰত আউজি বহি থকা দেখি সেই ফালে তাই বাট উলিয়াই আগুৱাই গ'ল। মানুহবিলাকে তাইক বাট এৰি দিলে, দুই এজনে তাইক মাতো লগালে, কিন্তু তাইৰ কাণত সেইবোৰ নপৰিল।

মাকৰ কাষত বহি থকা দুই-এজনী সমবয়সীয়া বুঢ়ীয়ে তাইলৈ ঠাই উলিয়াই দি বহিবলৈ ক'লে। তাই মাকৰ কাষত বহি পৰিল।

"আহিলি ক্ৰিমা ?" মাকেই তাইক প্ৰথমতে মাতিলে আৰু হাতেৰে ইঙ্গিত দি ক'লে, "বহ, মোৰ কাষত বহ।"

"মাকৰ নিচেই ওচৰত বহি তাই মাকলৈ চালে, মাকেও তাইলৈ চালে, দুয়ো দুয়োৰে চকুত পৰিল। বহুত পৰ দুয়ো নিমাত হৈ পৰস্পৰে পৰস্পৰক চাই ৰ'ল। তাই লক্ষ্য কৰিলে, মাকজনী এই কেইদিনতে শুকাই-খীণায় একেবাৰে কঙ্কালসাৰ হৈ গৈছে। বগা মানুহজনী একেবাৰে ক'লা পৰি গৈছে, চকু দুটা গাঁতত সোমাই পৰিছে আৰু গালৰ হনু দুটা ওলাই পৰিছে আৰু অবিন্যস্ত চুলিখিনি বৰফ বগা পৰি গৈছে। তাই মাকৰ চকুলৈ একেথৰে চাই থাকি ভাবিলে, "এইজনী জানো মোৰ মা ? নে আন কোনোবা ?"

তেনেতে মাকৰ মাত তাইৰ কাণত পৰিল, "কি চাইছ ইমান ?"

"চাইছো তোমাক। তুমি ইমান খীণাই গৈছা মা! সচাকৈ তোমাৰ দেখোন বেমাৰ।"

জীয়েকৰ কথা শুনি মাকে ক্ষীণ হাঁহি এটা মাৰি সেহাই সেহাই ক'লে, "মৰাৰ আগতে তইঁতহাল যে আহি পালি ...." মাকে চকুৰ পানী মচিবলৈ আৰম্ভ কৰিলে।

মাকৰ চকুপানী দেখি ক্ৰিমায়ো চকুৰ পানী ৰোধ কৰিব নোৱাৰিলে।

"তোৰ মাৰ খুউৰ টান নৰিয়া, নাবাচিব বুলিয়েই আমি ভাবিছিলো," এজনী বুঢ়ীয়ে ক'লে।

"সৰু বোপাই ক'ত" মাকে সুধিলে।

লগে লগে ঘৰৰ ইমূৰৰ পৰা সিমূৰলৈকে কথা গৈ চাংথান্দুৰ কাণত পৰিল। চাংথান্দু কাষ চাপি আহিলত মাকে আক্ষেপ কৰি ক'লে; "তই মোৰ পৰা আঁতৰি আছ!"

"মা, মই আহিছো নহয়। এইয়া, এইমাত্ৰ আহি পাইছো। বাটত বন্ধুসকলে কথা কৈ থকাৰ বাবে পলম হ'ল!"

"মোৰ বোপাই, সৰুবোপাই, তইঁত হালক যে মই চাই যাব পাৰিম,

তহঁতক   তহঁতক মৰাৰ আগতে যে লগ পাইছো..... ”

“এইবোৰ কি কৈছে মা?”

“তেনেকৈ নকবা মা। তেনেকৈ নকবা।” মাকৰ লগত চাংখান্দু আৰু ক্ৰিমায়ো কান্দি পেলালে।

“এনেকুৱা শুভদিনত কান্দিব নাপায় নহয়, নাকান্দিবা, নাকান্দিবা বোপা .....” ওচৰতে বহা বুঢ়ীজনীয়ে সান্ত্বনা দিবলৈ যত্ন কৰিলে।

কিছু সময়ৰ মুৰত নিজকে সংযত কৰি লাম দেমাই ক'লে, “বোৱাৰীক মাতি দেছোন!”

শাহুয়েকে মতা বুলি শুনি লাউপানী তৈয়াৰ কৰিব এৰি লাঙা কাষ চাপি আহিল। লাঙাক কাষ চাপি অহা দেখি ক্ৰিমাই একো বুজিব নোৱাৰি লাঙাৰ ফালে চাই থাকিল। লাজ-লাজকৈ আহি লাঙাই ক্ৰিমাক উদ্দেশ্য কৰি সম্বোধন কৰিলে, “আহিলা?”

“হয়,” ক্ৰিমাই চমুকৈ উত্তৰ দিলে।

“মোক মাতিছিল আই?”

“হয়,” তাৰ পাছত ক্ৰিমা আৰু চাংখান্দুক উদ্দেশ্য কৰি ক'লে, “এইজনী হ'ল তহঁতৰ বৌদেও। মোৰ মৃত্যুৰ আগতে তহঁতৰ সকলোৰে বিয়া চাই যাম বুলি ভাবিছিলো। কিন্তু নহ'ল। সেইবাবে নবীয়া গাৰেই মই তহঁতৰ ককাইদেউৰ বিয়াধন পাতি দিলো।”

তাৰ পাছত লাঙাৰ প্ৰতি উদ্দেশ্য কৰি কবলৈ ধৰিলে, “চাংখান্দু, ক্ৰিমা আৰু পেমাক তোৰ হাতত এৰি গলো। তোৰ বুঢ়া শহুৰ-দেউতাকো মই তোৰ হাতত এৰি যাম। তই সিহঁতক ভালদৰে চাবি, তোৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে। সেই কাৰণে মই বৰ বোপাইৰ মতৰ বিৰুদ্ধে গৈয়ো বোৱাৰী হিচাপে তোক ঘৰত থৈ আহিলো। মোৰ·· মোৰ এনে লাগিছে যেন মই আৰু বেচি পৰ নাবাচিম...— বৰ বোপাই পেমা, বিনচিন, সিহঁত ক'লৈ গ'ল? আহ আহ, মোৰ ওচৰত আহ।”

বিনচিন আৰু পেমা মাকৰ কাষ চাপি আহিল। দুজনমান ল'ৰা প্ৰেমটাহিক বিচাৰি ওলাই গ'ল। লামদেমাই হঠাৎ তেজ বমি কৰিবলৈ ধৰিলে। তৎক্ষণাত নাচ-গান বন্ধ হৈ গ'ল আৰু সকলো মানুহে তাইক বেৰি ধৰিলে। কেজাং আহি মেণীয়েকৰ

কাষত বহিল আৰু এখন হাতেৰে তেওঁ ঘৈণীয়েকৰ সাৰটি ধৰিলে। পিন্ধি থকা চাপেৰ এটা কোণেৰে তেওঁ ঘৈণীয়েকৰ মুখখন মচি দিলে আৰু ইতিমধ্যে কান্দিবলৈ আৰম্ভ কৰা ল'ৰা-ছোৱালীক থোকাথুকি মাতেৰে সান্ত্বনা দিবলৈ চেষ্টা কৰিলে, "নাকান্দিবি সোণহঁত, নাকান্দিবি, তহঁতৰ মা মৰা নাই নহয় নাকান্দিবি...... ।"

প্ৰেমটাছি সোমাই আহিল। নিথৰ হৈ সি মাকৰ কাষত থিয় হৈ ৰ'ল। মাকে ডাঙৰ ডাঙৰ চকুৰে ৰৰপুতেকলৈ চাই কিবা কব বিচাৰিলে. কিন্তু অস্পষ্ট গেঙনিৰ বাহিৰে তাইৰ মুখৰ পৰা কথা ওলাই নাহিল। লাহে লাহে তাই অচেতন হৈ গিৰিয়েকৰ কোলাত ঢলি পৰিল আৰু কিছু সময় অচেতন হৈ থকাৰ পাছত তাইৰ প্ৰাণবায়ু ওলাই গ'ল।

ঘৰখনত কান্দোনৰ ৰোল উঠিল। অলপ আগতে যি সকলে নাচি বাগি আনন্দ কৰি আছিল সেই সকলৰ মুখৰ পৰা নিগৰিত হবলৈ আৰম্ভ কৰিলে কৰুণ বেদনাৰ বিলাপ।

ঠিক সেই সময়ত সকলোকে স্তম্ভিত কৰি ঘৰৰ ভিতৰত প্ৰবেশ হ'ল এজন অবাঞ্ছিত, অনাহূত তথাগতৰ।

# বাইশ

শুকান আৰু বিমৰ্ষ মুখেৰে মানুহজন ঘৰৰ ভিৰ ঠেলি লাম-দৈমাৰ শটোৰ ফালে আগবাঢ়ি আহিল। সি আহি তাৰ কান্ধত ওলমি থকা মোনাৰ পৰা খাটো এটা উলিয়াই লামদৈমাৰ নিষ্প্ৰাণ দেহটোৰ ওপৰত পাৰি দিলে আৰু দেহটোৰ ওপৰত নিজৰ মূৰটো ঠেকেচা মাৰি মাৰি কান্দিবলৈ ধৰিলে। তাকে দেখি মাকৰ প্ৰাণহীন দেহাৰ ওপৰত পৰি কান্দি থকা ক্ৰিমাই ৰুদ্ৰমূৰ্ত্তি ধৰি মানুহজনৰ বুকুৰ কাপোৰত খামুচি ধৰিলে আৰু উত্তেজিত স্বৰেৰে চিঞৰিবলৈ আৰম্ভ কৰিলে; "তই ? তই ইয়াত কি কৰিবলৈ আহিছ ? ক, কি কৰিবলৈ আহিছ ? মা'ৰ মৃত্যুত হাঁহিবলৈ আহিছ ? মা'ৰ ছোক* খাবলৈ আহিছ ? খা, খা, মাৰ ছোক খা। থু: থু: লাজ নাই, মা'ৰ গা-ধন নিয়াৰ পাছতো ক্ষান্ত থাকিব নোৱাৰি আকৌ মা'ৰ মৃত্যুত হাঁহিবলৈ আহিছ ? মা'ৰ ছোক খাবলৈ আহিছ ?"

"ছিঃ ছিঃ নাপায় নহয় আই, তেনে নকৰিবি ?" এজনী আদহীয়া বুঢ়ী আগবাঢ়ি আহি ক্ৰিমাক পেনজেৰ কাষৰপৰা আঁতৰাই নিবলৈ চেষ্টা কৰিলে। কিন্তু তাই পেনজেক এৰি দিয়াক চাৰি স্বলা জুইত ঘিউ ঢলাদি জ্বলিহে উঠিল।

"কিয় নাপায় ? কিয় নাপায় ? এইজন মানুহে মোক খালে, মোৰ জীৱনক লৈ খেলা খেলিলে, মই, মই আজি প্ৰতিশোধ লম, প্ৰতিশোধ লম। ক, ক, কিয় আহিছ ইয়াত ক, কিয় আহিছ, কোনে তোক ইয়াত আহিবলৈ ক'লে ? আজি তোৰ বৰ আনন্দৰ দিন নহয় ? তই বৰ খুচি হৈছ নহয় ? দেখিবি, ভালদৰেই দেখি যা, মা আমাৰ আজি নাই। আমাৰ মা নাই, মাই আমাক এৰি......" পেনজেৰ বুকুত মূৰ থৈ তাই হুক্ হুক্‌কৈ কান্দিবলৈ ধৰিলে। ইমান সময়ে কিংকৰ্তব্যবিমূঢ় হৈ থিয় হৈ থকা পেনজেৰ

* ছোক—মৃত মানুহৰ নামত দিয়া ভোজ।

দুচকুৰ পৰা দুধাৰি তপত চকুলো বাগৰি আহি ক্রিমাৰ মূৰত পৰিল। তাৰ পাছতেই পেনজেৰ ৰুদ্ধ কণ্ঠৰ পৰা অজ্ঞানিতে উদ্গীৰিত হৈ পৰিল কান্দোনৰ কৰুণ আৰ্তনাদ। তাকে শুনি কান্দি থকা ক্রিমা কিছু সময় স্তব্ধ হৈ ৰোৱাৰ পাছত হঠাৎ তাই হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহিয়েই পেনজেৰ প্ৰতি তীব্ৰ ইতিকিঙৰ সুৰত তাই কবলৈ ধৰিলে, "চা, চা, কান্দিছে চা! সকলোৱে এইফালে চা! মোমাইদেৱে কেনেকৈ কান্দিছে চা! থু! যা, ওলাই যা ইয়াৰ পৰা, যা, যা, বুলিছো নহয় যা .. — ।" তাই মোমায়েকৰ গাত ধৰি ঠেলিবলৈ আৰম্ভ কৰিলে। প্ৰেমটাছিয়ে আহি ক্রিমাক ধৰিলে; "নাপায় নহয় তেনে কৰিবলৈ ক্রিমা। ইমান মানুহৰ মাজত তোৰ লাজ লগা নাইনে?"

প্ৰেমটাছিয়ে কবলৈহে পালে ক্রিমা গৰ্জি উঠিল, "লাজ? লাজ মোৰ কোন কাহানিবাই শেষ হৈ গৈছে। আজি মোৰ লাজ নাই। কাঠৰ পুতলাৰো জানো লাজ থাকিব পাৰে? মই এটি কাঠৰ পুতলা, কাঠৰ পুতলাৰ যেনেদৰে মন বোলা বস্তু এটা নাই, মোৰো তেনেদৰে মন বোলা বস্তু এটা নাই। সেই কাৰণে তহঁতে মোৰ জীৱনক লৈ যি খুচি তাকে কৰি আহিছ। তই, মোমাইদেউ, দেউতা সকলোৱে মিলি কেৱল মোৰ জীৱনক লৈ হেতালি খেলি আহিছ! কোনো দিনে তহঁতে মোক মানুহ বুলি গণ্য কৰা নাই, কোনো দিনে মোৰ মনৰ কথা, মোৰ মতামতৰ কথা সোধা নাই। তহঁত মতা মানুহবোৰ সকলো পশুৰ সমান, তহঁতে তিৰোতা মানুহক মানুহ বুলিয়েই গণ্য নক'ৰ। ককাইদেউ, তহঁতে সকলোৱে মিলি মাক খালি। তহঁতে যদি মা আৰু মোক লৈ হেতালি নেখেলিলিহেঁতেন তেনেহলে মাই আমাক এৰি এইদৰে গুচি নগলহেঁতেন। মোকো মাৰ লগতে পুতি থৈ আহ, মই জীয়াই থাকিব নোখোজো, মোৰ কোনো দেউতা বা ককাই নাই। মাই মোৰ ভৰষাৰ থল আছিল। আজি মা মোক এৰি গুচি গ'ল।" ক্রিমাই জোৰে জোৰে কান্দিবলৈ ধৰিলে।

ইমান সময়ে ক্রিমাৰ গালি শুনি থকা প্ৰেমটাছিয়ে থোকাথুকি মাতেৰে ক'লে, "তোৰ সকলো কথা সঁচা ক্রিমা! মই মোৰ

দোষ স্বীকাৰ কৰিছো। তোৰ জীৱনক লৈ, মা'ৰ জীৱনক লৈ মই কেৱল হেতালি খেলিলো। দোষ কেৱল মইহে কৰিছো। তাত দেউতা আৰু মোমাইদেৱৰ অকণো দোষ নাই। জান ক্ৰিমা, মই নিজকে নিজে বৰ উচ্চ বুলি ভাবিছিলো। শিক্ষাই মোৰ চকু মুকলি কৰি দিয়াৰ সলনি অন্ধহে কৰি দিছিল। বাহিৰৰ জাকজমকতাই মোক আৰু বেচি অন্ধকাৰলৈ ঠেলি দিছিল। নিজকে শিক্ষিত, উচ্চ-বিষয়া, অন্যান্য মানুহন্তকৈ বেলেগ আদি ভবাৰ বাবে আমাৰ নিজৰ সমাজক মই হেয় চকুৰে চাবলৈ আৰম্ভ কৰিছিলো। কেনেকৈ নিজক উচ্চ সমাজৰ স্তৰত নিব পাৰি তাৰেই চেষ্টা মই কৰিবলৈ আৰম্ভ কৰিছিলো। নিজকে সেই So-called high society ৰ অন্তর্ভুক্ত কৰিবৰ বাবে তাত এখন সন্মানীয় স্থান অধিকাৰ কৰিবৰ বাবে মই আমাৰ সমাজখনকো মোৰ অনুৰূপ কৰি গঢ়ি তুলিবলৈ যত্ন কৰিছিলো। মই এজন মুখাপিন্ধা ভণ্ড। আমাৰ সমাজক সংস্কাৰ কৰিবলৈ ওলোৱাৰ মূলতে মই মোৰ নিজৰ স্বাৰ্থহে সিদ্ধি কৰিবলৈ ওলাইছিলো। এইবোৰ কাৰণতেই আজি এই সকলোবোৰ হবলৈ পালে। আজি মই মা'ৰ মৃতদেহৰ ওপৰত হাত থৈ সকলোৰে আগত মোৰ দোষ স্বীকাৰ কৰিছো আৰু মই মোৰ ভণ্ডামিৰ মুখা খুলি দলিয়াই পেলাইছো। কিন্তু মোৰ এই দোষৰ বাবে মই কাৰো পৰা ক্ষমা নোখোজো, মোৰ দোষৰ শাস্তি মই বহুত ভোগ কৰিলো, এতিয়াও ভোগ কৰি আছো আৰু ভবিষ্যতলৈও ভোগ কৰিবলৈ সাজু আছো। ইমানদিনে মই নিজকে অকণো চিনি নোপোৱাকৈ নিজকে আটাইতকৈ বেচি চিনি পাওঁ বুলি ভাবিছিলো, এতিয়াৰ পৰা মই নিজকে চিনি পাবৰ বাবে যত্ন কৰি যাম।"

প্ৰেমটাছিয়ে কথা শেষ কৰিলে। ইমান সময় ধৰি নিমাত হৈ থকা ৰাইজৰ মাজত আকৌ কলৰব উঠিল। ঘৰখনত আকৌ উচুপনি কান্দোন আদিৰ ৰোল উঠিল। পেনজেই ইমান সময়ে স্তব্ধ হৈ প্ৰেমটাছিৰ কথা শুনি আছিল। কথা শেষ হোৱা দেখি পেনজে ভীৰ ঠেলি বাহিৰলৈ যাবলৈ ওলাল। তাকে দেখি প্ৰেমটাছিয়ে মাত দিলে, "মোমাইদেৱ, আপুনি নাযাব। আমাৰ ঘৰত আপোনাৰ আগতে যেনেকুৱা স্থান আছিল আজিও সেই স্থানেই আছে।"

প্ৰেমটাছিৰ কথা শুনি পেনজে বৈ গ'ল আৰু দুখ, আনন্দৰ মিশ্ৰণত হুৰাওৰাৰে কান্দি দিলে।

যথাসময়ত লামদৈমাৰ সকলো কাজ শেষ হ'ল। পেনজেই লাগি ভাগি থাকি নিজে সকলো কাম সমাধা কৰিলে। ক্ৰিমালামু, প্ৰেম-টাছি আৰু বাকী সকলো ল'ৰা-ছোৱালীয়ে মোমায়েকক আগৰ দৰে সেৱা যত্ন কৰিলে। যোৱাৰ সময়ত পেনজেই চকু চলচলীয়া কৰি ক'লে, "বাইদেউ গ'ল। সেইবুলি তহঁতে মোক এৰি নিদিবি-হঁক। তহঁতৰ মুখ কেইটা দেখিলে মোৰ মৃত বাইদেউক দেখা পোৱা যেন লাগে।"

সেইদিনাও সিহঁতে কান্দিলে। কান্দি কান্দি ক্ৰিমাই ক'লে, "মোমাইদেৱ, মোক ক্ষমা কৰিবা। মই যে তোমাক ইমান বেয়া বেয়া কথা কৈছিলো।"

"মই বেয়া পোৱা নাই আই, তোক মই কিয় বেয়া পাম? মাথোন তই আমাক পাহৰি নাযাবি!" পেনজেই ক'লে।

পেনজে গুছি গ'ল। তাৰ দুদিনমানৰ পাছত চাংখান্দু আৰু ক্ৰিমাও গুছি গ'ল। প্ৰেমটাছিয়ে ছুটী লৈ কিছুদিন ঘৰত থকা ঠিক কৰিলে। কাৰণ বুঢ়া দেউতাকৰ এতিয়া এটা লগ অতি প্ৰয়োজন। পৈণীয়েকৰ মৃত্যুৰ পাছত কেজাঙে বৰ অকলশৰীয়া বোধ কৰিবলৈ ধৰিলে। তেওঁ প্ৰায়ে মন মাৰি থকা হ'ল। তেনেদৰে কিছুদিন থকাৰ পাছত এদিন বুঢ়াই ক'লে, "বোপা, মই অলপ তীৰ্থলৈ যাম বুলি ভাবিছো, মই তীৰ্থলৈ গলে তহঁতৰ কিবা অসুবিধা হবনে?"

"এঃকা অসুবিধা নহয়। মই আপোনাক তীৰ্থলৈ লৈ যাম। লগতে টোৱাং গোম্পা আৰু বুদ্ধগয়াত মা'ৰ কাৰণেও জামছো পূজা দিব পাৰিম।"

দিনবাৰ চাই এদিন দেউতাকক লগত লৈ প্ৰেমটাছি তীৰ্থযাত্ৰাত ওলাই পৰিল।

# তেইশ

ডিৰাং বোমডিলাৰ পৰা আঠচল্লিশ কিলোমিটাৰ দূৰত অৱস্থিত এখন সৰু নগৰ। তাৰেই চৰকাৰী হস্পিটালৰ ডাক্তৰ বৰাই এদিন কম্পাউণ্ডাৰ দৰজি চেৱাঙক মাতি নি ক'লে, "আমাৰ ইয়াত এজনী নতুন লেডি ডাক্তৰ আহিব। বোধকৰো তুমি তাইক চিনি পোৱা ?"

"কি নাম তাইৰ ছাৰ ?"

"ক্রিমালামু! তোমালোকৰ কাষৰে গাওঁৰ ছোৱালী।"

ক্রিমা লামুৰ নামটো শুনি দৰজি চেৱাঙৰ বুকুখন চিৰিংকৈ উঠিল। সি নিজকে সংযত কৰিবলৈ যত্ন কৰি ক'লে; "চিনি পাওঁ চাৰ! তাই মোৰ পেহীদেউৰ ছোৱালী।"

"বৰ ভাল কথা দেখোন! তুমিয়েই তেন্তে বোমডিলাত গৈ তাইক লৈ আহিবা।" ডাক্তৰ বৰাই ক'লে।

"কিন্তু মোৰ অলপ অসুবিধা "

"কোনো অসুবিধা নাই। তুমিয়েই যদি তাইক লৈ নাহা তেন্তে কোনে আনিব ?" তাৰ কথা শেষ হবলৈ নিদি ডাক্তৰ বৰাই ক'লে।

গতিকে ক্রিমালামুক আগুৱাই আনিবৰ বাবে বোমডিলালৈ দৰজি চেৱাং যাব লগা হ'ল। সি গৈ বোমডিলা হস্পিটালত ক্রিমা-লামুক লগ ধৰিলে। ক্রিমালামুৱে দৰজি চেৱাঙক লগ পাব বুলি ভবাই নাছিল, গতিকে দৰজি চেৱাঙক দেখি প্রথমতে তাইৰ আচৰিত লাগিল।

"আপুনি ?" সেপ ঢুকি তাই সুধিলে।

"হয়, আপোনাক নিবলৈ ডাক্তৰ বৰাই মোক পঠিয়াইছে।"

"অ'।"

"যাবৰ বাবে আপুনি সাজু নে ?"

ক্রিমাই কিছুসময় দৰজি চেৱাঙৰ মুখলৈ চাই থাকিল, কিন্তু দৰজি চেৱাঙে তাইলৈ চোৱাত তাই তৎক্ষণাত মুখখন ঘূৰাই

নি সুধিলে, "আপুনি কিবা কৈছিল ?"

"মানে আপুনি যাবলৈ সাজু হৈ আছেনে ?"

"হয়, বলক ঘৰত গৈ ওলাই আহো।"

"কত ?"

"ককাইদেউৰ ঘৰত ! আপুনি ককাইদেউৰ ঘৰত নাযায়, নহয় জানো ? মই পাহৰিয়েই গৈছিলো। আপুনি বাৰু গাড়ী আনিছেনে ?"

"হয়, ডাক্তৰ বৰাই গাড়ী দি পঠাইছে !"

"মই তেতিয়াহলে গাড়ীখন লৈ যাম। ঘৰৰ পৰা সাজু হৈ আহিম।" গাড়ী লৈ ক্রিমা গুচি গ'ল।

প্রায় ডেৰ ঘণ্টামানৰ মূৰত ক্রিমা লামু সাজু হৈ আহি দৰজি চেৰাওৰ কাষত ওলাল। দৰজি চেৰাংও ইতিমধ্যে বজাৰ-সমাৰ কৰি আহি বোমডিলা চিভিল হস্পিটালৰ আউটডোৰ কাউণ্টাৰত ক্রিমালামুৰ বাবে বাট চাই আছিল। আহিয়েই ক্রিমালামুৱে সুধিলে "বৰ দেৰি কৰিলো নহয় !"

"নাই কৰা, সোনকালেহে আহি পালে আপুনি ;" দৰজি চেৰাঙে কলে।

ঈষৎ হাঁহি এটা মাৰি ক্রিমাই কলে ; "মই আকৌ দেৰি হ'ল বুলিহে ভাবিছিলো। মই অলপ আহো, এক মিনিট !"

তাই হস্পিটালৰ ভিতৰত সোমাই গ'ল আৰু অন্যান্য ডাক্তৰসকলৰ পৰা বিদায় লৈ ওলাই আহিল। ইতিমধ্যে দৰজি চেৰাংও বজাৰৰ পৰা অনা তাৰ বস্তু বাহানিবোৰ জীপত ভৰাই জীপৰ পাছফালে বহি লৈছিল। ক্রিমালামুৱে দৰজি চেৰাওক জীপৰ পাছফালে বস্তু-বাহানিৰ মাজত কুচি মুচি বহা দেখি ক'লে ; "ক'ত বহিছে আপুনি ? আহক, আগত বহক !"

"মই ইয়াতেই বহিম !"

"কষ্ট হব !"

"একো কষ্ট নহয় !"

"নহয়, আগত আহক !" তাই জোৰকৈ দৰজি চেৰাওক ফ্রণ্ট চিটত নিজৰ লগত বহুৱাই ললে।

ড্রাইভাৰে গাড়ী ষ্টার্ট দিলে। লগে লগে গাড়ী আগুৱাই গ'ল।

ক্ৰিমালামুৰ দেহৰ পৰা অহা চেণ্টৰ সুবাসে দৰজি চেৰাওৰ মন পুলকিত কৰি তুলিলে। সেই সুবাসে তাক লৈ গ'ল সাত বছৰৰ আগৰ এটি নিশালৈ। সেই নিশাও সি তেনেকুৱাই এটা মৃদু সুবাস পাইছিল তাইৰ দেহৰ পৰা। সেই সুৰভিৰ লগত আজিৰ এই সুৰভি একেবাৰেই অভিন্ন, কিমান চিনাকী সেই সুৰভি, সেই সুবাস, অথচ আজি এই সুৰভি যেন অচিনাকী। যি সুবাসে, যি সুৰভিয়ে এদিন তাৰ হৃদয়ত অনেক আনন্দৰ ঢৌ উদ্বেলিত কৰি তুলিছিল, আজি সেই সুৰভিয়েই বিষ লগা কাড়ৰ দৰে তাৰ হৃদয়ক জৰ্জৰিত কৰি তুলিলে। সি জীৱনৰ সকলো পথ ক্ৰিমালামুৰ সৈতে অতিক্ৰম কৰাৰ যি সপোন এদিন ৰূপায়িত হোৱাৰ পথত দেখিছিল, সেই সপোন অলপ দিনৰ ভিতৰতে ভাঙি চুৰমাৰ হৈ গৈছিল। তাৰ পাছত সি কোনোদিনে ভাবিবও পৰা নাছিল যে এদিন এনেদৰেই তাইৰ লগত একেলগে ওচৰা-ওচৰিকৈ বহি যাত্ৰা কৰিব লাগিব। অথচ সেই নতবা ঘটনাটোৱেই আজি ঘটি আছে। এই যাত্ৰা, এই তেৰ ঘণ্টাৰ যাত্ৰা কিমান মধুৰ, কিমান মিঠা, এই যাত্ৰা যদি শেষ নহ'লহেঁতেন, অনন্তকাললৈ এই যাত্ৰা চলি থকাহেঁতেন, তেন্তে কিমান যে মধুৰ হ'লহেঁতেন!

দৰজি চেৰাং ভাবত মগ্ন হৈ আছিল। তেনেতে হঠাৎ ড্ৰাইভাৰে ব্ৰেক মাৰি দিলে আৰু ক্ৰিমালামু প্ৰায় চিটিকি আহি দৰজি চেৰাওৰ গাৰ ওপৰত পৰিল। ক্ৰিমা লাজত ৰঙা পৰি উঠিল, তাই নিজক চম্ভালি লৈ পুনৰ অলপ আঁতৰি বহিল।

আগত হঠাৎ পৰি যোৱা গৰুটোক পাছপেলাই গাড়ী পুনৰ আগবাঢ়িল। কিছুপৰ দুয়ো মনে মনে বহি থকাৰ পাছত ক্ৰিমাই সুধিলে, "ডিবাঙত আপুনি অকলে আছেনে লগত কোনোবা আছে ?"

"মই অকলে আছো।" দৰজি চেৰাঙে উত্তৰ দিলে।

দুয়ো আকৌ মৌন হৈ পৰিল। গাড়ী এটা জুবিৰ পাৰ পৈ পালত ক্ৰিমাই ড্ৰাইভাৰক গাড়ী ৰখাবলৈ ক'লে। তাই গাড়ীৰ পৰা নামি পৰিল।

"নামক, আমি ইয়াত অলপ কিবাকিবি খাই যাওঁ।" ক্ৰিমাই কৈ কৈ চিটৰ পাছফালৰ পৰা টিফিন কেৰিয়াৰ এটা উলিয়াই

আনিলে।

"আপোনালোকে খাওক, মই নাখাওঁ," দৰজি চেৰাওে উত্তৰ দিলে।

"কিয় ?"

"ভোক নাই।"

"ভোক নাথাকিলেও খাব লাগিব।"

"খাওক আপোনালোকে !"

"আপুনি নাখালে আমিও নাখাওঁ। কিয় ? মোৰ লগত খাবলৈ বেয়া পাইছে নেকি ?"

অগত্যা দৰজি চেৰাও খাবলৈ ৰাজী হব লগা হ'ল।

ক্রিমালামুৱে টিফিন কেৰিয়াৰ খুলি পৰঠা আৰু তৰকাৰী উলিয়াই তিনি ভাগত ভাগ কৰিলে। ড্ৰাইভাৰকো মাতি আনি তিনিও সন্মুখা-সন্মুখিকৈ বহি খাবলৈ ললে। ক্রিমাৰ হাতৰ খাদ্য বহুতদিনৰ মূৰত পুনৰ খাবলৈ পাই দৰজি চেৰাওৰ মন এক অজানিত আনন্দ আৰু বিষাদৰ জোৱাৰেৰে ভৰি পৰিল। অনাহকতে সি নিজকে ভাবপ্রবণ হৈ পৰা অনুভব কৰি মনে মনে লাজ পালে। সি ক্রিমাৰ মুখলৈ চাই দেখিলে, ক্রিমাও খাই থকাৰ লগতে কিবা এটা ভাবত নিমগ্ন। হঠাৎ ক্রিমাৰ দুই নয়নৰ পৰা দুধাৰি লোতক বাগৰি আহিল। তাই তৎক্ষণাত হাতৰ তলুৱাৰে চকুপানীখিনি মচি নিজৰ দুৰ্ব্বলতাখিনি ঢাকিবলৈ ক'লে, "তৰকাৰীত বৰ জলা হৈছে !"

দৰজি চেৰাওৰ পৰঠা শেষ হোৱা দেখি তাই নিজৰ ভাগৰ পৰঠাও দৰজি চেৰাওৰ পাত্রত ৰাখি দিলে। নিজে উঠি গৈ ফ্লাস্কৰ গ্লাছত পানী আনি দৰজি চেৰাওক দিলে। অৱশেষত দৰজি চেৰাওৰ ঘোৰ আপত্তি স্বত্বেও তাই তাৰ হাতৰ পৰা জোৰকৈ কাঢ়ি পাত্রখন লৈ গৈ ধুই আনিলে। তাৰ পাছত ফ্লাস্কৰ পৰা গৰম চাহ বাকী প্রথমতে দৰজি চেৰাওক দিলে। দৰজি চেৰাওে খোৱা হলত সেই পাত্রতেই তাই চাহ বাকী খালে।

আবেলি সময়ত ক্রিমা লামুইত গৈ ভিৰাওত ওলাল। গৈ পায়েই ডাঃ ৰবাই তাইক চাহ খাবলৈ নিজৰ ঘৰলৈ লৈ গ'ল।

দৰজি চেৰাং আৰু ড্ৰাইভাৰে তাইৰ বস্তু-বাহানিবোৰ গাড়ীৰ পৰা নমাই ক্রিমাৰ বাবে ঠিক কৰি ৰখা কোৱার্টাৰত সুমুৱাই থলে। কিছুপৰৰ পাছত ক্রিমালামু চাহ খাই উভতি আহিল। তাই আহি দৰজি চেৰাঙক ক'লে, মই ঘৰ ঠিক কৰো, আপুনি মোক অলপ বজাৰ কৰি দিবনে ?"

"দিম, কি কি লাগে কওক !"

তাই ডেনিটি বেগৰ পৰা টকা উলিয়াই দৰজি চেৰাঙৰ হাতত দিলে আৰু বস্তুৰ দীঘল এখন লিষ্ট দিলে। সি যাবলৈ ওলাইছিলহে মাথোন, তেনেতে এখন গাড়ী আহি ক্রিমাৰ কোৱার্টাৰৰ সন্মুখত ৰ'ল আৰু তাৰ পৰা ওলাই আহিল কেপ্টেইন নবৰু চিৰিঙ।

"ক্রিমা আহিলনে ?" নবৰু চিৰিঙে দৰজি চেৰাঙক সুধিলে।

"আহিল। ভিতৰত আছে।" কৈয়েই সি বজাৰৰ ফালে খোজ ললে।

নবৰু চিৰিঙ ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

# চৌব্বিশ

দৰজি চেৰাঙ বজাৰ কৰি উভতি আহিল। ইতিমধ্যে তাই ঘৰ-দুৱাৰ চাফ-চিকুণ কৰি ঠিক-ঠাক কৰি আছিল। দৰজি চেৰাঙৰ হাতৰ পৰা তাই বস্তবোৰ নি ষ্টোৰ ৰূমত ৰাখিলে আৰু দৰজি চেৰাঙক চকী এখন আগুৱাই দি বহিবলৈ ক'লে। কিন্তু দৰজি চেৰাঙ নবহিল। বৰঞ্চ সি ক'লে, "মই আপোনাক সহায় কৰো।"

"নালাগে, বহক।"

কিন্তু দৰজি চেৰাঙ মান্তি নহ'ল। সি বাল্টি এখন লৈ মাটি খান্দিবলৈ গ'ল, মাটি আনি পানীৰ লগত মিহলাই সি ক্ৰিমা-লামুক দিলে, তাই চৌকাটো লিপি থিক্ কৰিলে। ইতিমধ্যে সি নিজৰ কোৱাৰ্টাৰত গৈ এহোৰা খৰি আনি দিলে।

"আপোনাৰ কোৱাৰ্টাৰ ক'ত?"

"এই ওচৰতে।"

"ভালেই হ'ল। ভাত আপুনি নিজে ৰান্ধি খায় নে!"

"হয়।"

"নবৰু চিৰিঙে মোক নিমন্ত্ৰণ কৰিবলৈ আহিছিল। আজি হেনো তেওঁৰ তাতেই মই ভাত খাব লাগে।"

"হুঁ"

"মই কিন্তু ফাঁকি মাৰি দিলো আপুনি নিমন্ত্ৰণ কৰি গ'ল বুলি;" কথাখিনি কৈ তাই উত্তৰৰ আশাত দৰজি চেৰাঙৰ মুখলৈ চালে।

"কিন্তু ....কিন্তু" ....দৰজি চেৰাঙে উত্তৰ দিবৰ বাবে কথা বিচাৰিবলৈ ধৰিলে।

"কি কিন্তু?"

"মই ভাতেই ৰান্ধিব নাজানো!"

"কোনে আপোনাক ৰান্ধিবলৈ কৈছে? মই ৰান্ধিম।"

তাইৰ কথা শুনি সি ক'লে; তেনেহলে মই যাও। বজাৰ কৰিব লাগে।"

"বহক, চাহ কৰিছো নহয়, খাই যাওক।"

তাই চাহ আৰু বিস্কুট আনি দিলে। নিজৰ কাৰণেও চাহ বাকি লৈ খাই খাই ক'লে, "ময়ো বজাৰলৈ যাম।"

দুয়ো চাহ খাই উঠি বজাৰলৈ গ'ল। বজাৰত মাছ মাংস একো নাছিল। গতিকে দৰজি চেৰাওে কণীকে কেইটামান ললে। দুয়ো উভতি আহি পোনে পোনে দৰজি চেৰাওৰ ঘৰত সোমাল।

দৰজি চেৰাওৰ ঘৰটো আছিল টাইপ ওৱান কোৱার্টাৰ। সৰু সৰু দুটা কোঠা, বাথৰুম লেভেটৰি আৰু পাকশাল একোটা, এই পাঁচোটা ৰুমেৰেই কোৱার্টাৰটো গঠিত। ক্রিমাই ঘৰত প্রবেশ কৰিয়েই তন্ন তন্নকৈ ঘৰটো চালে আৰু আপোন মনে গালি পাৰি গ'ল; "ইমান লেতেৰা কৰি থাকে কিয়? অলপো চাফ-চিকুণ কৰি থাকিব নোৱাৰে? ঘৰটো কেইদিন সৰা নাই বাৰু?" গালি পাৰি পাৰি তাই বাঢ়নীডাল লৈ ঘৰটো এবাৰ সাৰিলে, অ'ত ত'ত পৰি থকা কাপোৰবোৰ ঠিক-ঠাক কৰি ৰাখিলে আৰু অৱশেষত গৈ পাকশালত সোমাল।

চিৰাচৰিত অভ্যাসমতে দৰজি চেৰাওৰ মদ খাবৰ মন গ'ল। তাৰ আলমাৰিৰ ভিতৰত এবটল ৰাম আছিল। এবাৰ সি উঠি গৈ আলমাৰিৰ কাষ পালে. কিন্তু পাকশালত ক্রিমাৰ উপস্থিতিৰ কথা মনত পৰাৰ লগে লগে সি ভাবিলে তাক মদ খোৱা দেখিলে ক্রিমাই বেয়া পাব বুলি, গতিকে মদ খোৱাৰ ইচ্ছা দমন কৰি সি পুনৰ বিছনাৰ কাষলৈ উভতি আহিল। তাৰ অনুভৱ হ'ল তাৰ ঘৰখনত বিৰাজ কৰি থকা শীতলতা আজি যেন নাইকিয়া হৈ পৰিছে আৰু তাৰ সজনি ঘৰখন যেন গৰম গৰম লগা হৈ উঠিছে, ঘৰৰ সকলো বস্তুৱেই যেন প্রাণ পায় উঠিছে, সজীৱ হৈ উঠিছে। তাৰ মনত পৰিল তাৰ মৃত পেহীয়েক জামদেমাই কোৱা কথা এষাৰ, "তিৰোতাবোৰহে ঘৰৰ আচল প্রাণ, পুৰুষবোৰ নিজৰ ঘৰৰ ভিতৰতো কেৱল বাহিৰা মানুহৰ নিচিনাহে।" হঠাৎ জামদেমাৰ মুখখনলৈ মনত পৰিল। লগে লগে তাৰ মনৰ পৰ্দাত আলৰ

ঘটনাবোৰ এটা এটাকৈ ভাঁহিবলৈ আৰম্ভ কৰিলে। কান্দি থকা মৃত পেহীয়েকৰ মুখখন মনত পৰি অতীতত পেহীয়েকৰ প্ৰতি কৰা তাৰ দুৰ্ব্যবহাৰবোৰে তাৰ মন অনুতাপৰ অগ্নিত ডুবাই দিলে। সি বিচনাত তলমুৰ কৰি শুই চকুপানী টুকিবলৈ আৰম্ভ কৰিলে। কিমান সময় তেনেদৰে পৰি আছিল সি কব নোৱাৰিলে। ঞিমাই মাত দিলতহে সি সম্বিত ঘূৰাই পালে।

"টোপনি গ'ল নেকি ?"

"নাই," সি বিচনাৰ পৰা উঠাৰ আগতে চকু দুটা মোহাৰি ললে যাতে তাইৰ আগত ধৰা পৰি নাযায়।"

"ভাত বাঢ়োনে ?"

'ও'।

তাই ভাত বাঢ়ি আনি শোৱা কোঠাৰ টেবুলত ৰাখিলে। দুয়ো ভাত খাবলৈ বহিল। তাই আদৰ কৰি তাক খুৱাবলৈ ধৰিলে। এনেই সি বেচি ভাত নাখায়। কাৰণ মদ খায়েই সি বেচি ভাগ সময় কটায়। কিন্তু আজি সি ভাত খাই বেছ সোৱাদ পালে।

ঘৰলৈ যাবলৈ উঠি তাই ক'লে, "ইমান ডাঙৰ ঘৰটোত মোৰ অকলে শুবলৈ ভয় লাগে। ওচৰে-পাজৰে কোনো ছোৱালী নাই নেকি ?"

"আছে, বলক, যাওতে মন বাহাদুৰৰ ছোৱালীজনী লগত লৈ যাম।"

ঘৰৰ সন্মুখ পাই তাই ক'লে, "কাইলৈ আকৌ বজাৰ কৰিবলৈ যাম। ঘৰৰ কাৰণে বহুত বস্তু কিনিব লগীয়া আছে। বেয়া নাপায় যদি, আপোনাক লগত লৈ যাম।"

বিদায় লৈ দৰজি চেৰাও উভতি আহিল। তেনেতে দূৰৈত সি চৰায়ে মতা শুনিবলৈ পালে, "হোক, হোক······হোক।" স্তব্ধ হৈ সি চৰাইটোৰ মাত শুনিলে। নিজৰ অজানিতে সি মুখেৰে মাতিলে, "বসন্ত আকৌ আহিল।"···

# পঁচিশ

"তুমি ইয়াত অকলশৰীয়া অনুভৱ কৰা নাইনে?"

"নাই, দৰজি চেৰাঙ সদায় লগত থাকে নহয়।"

"অ' সেই নপুংসকটো! হাঃ হাঃ..." ক্ৰিমাৰ উত্তৰ শুনি নৰবু চিৰিঙে জোৰে জোৰে হাঁহিবলৈ ধৰিলে।

ক্ৰিমাৰ ঘৰৰ ভিতৰত নৰবু চিৰিঙৰ মাত শুনি দৰজি চেৰাঙ দুৱাৰ মুখৰ পৰা উভতি যাব খুজিছিল। তেনেতে সি নৰবু চিৰিঙে তাক লৈ ক্ৰিমাৰ আগত ইতিকিং কৰি হঁহা শুনিবলৈ পালে। তাকে শুনি তাৰ শৰীৰৰ ভিতৰেদি উষ্ণ ৰক্ত প্ৰবাহ বৈ গ'ল। তাৰ ইচ্ছা গ'ল সি যেন তেতিয়াই ভিতৰলৈ গৈ নৰবু চিৰিঙৰ হাঁহি থকা দাঁত কেইটা ভাঙি দিব। কিন্তু সি নিজকে সংযত কৰি ৰাখিলে। সি উভতি আহিল। সেই দিনাৰ পৰা সি ক্ৰিমাৰ তালৈ যোৱা কমাই দিলে। লাহে লাহে সি ক্ৰিমাৰ কাষৰ পৰা আঁতৰি গ'ল। সি আকৌ মদ খাবলৈ আৰম্ভ কৰি দিলে। তাৰ পৰিবৰ্ত্তন দেখি ক্ৰিমাই কেইবাবাৰো অভিযোগ কৰিলে। কিন্তু ক্ৰিমাৰ অনুৰোধ অভিযোগ সি একানেদি সুমুৱাই সি কানেদি উলিয়াই দিলে। এদিন সি মদ খাই বহি থাকোতে ক্ৰিমা সোমাই আহিল আৰু তাৰ হাতৰ পৰা মদৰ বটল কাঢ়ি ক'লে, "তোমাক (ক্ৰিমাই ইতিমধ্যে তুমি কবলৈ আৰম্ভ কৰি দিছিল) কিমান বাৰ কৈছো মদ নাখাবলৈ, কিন্তু....

"কি কিন্তু? মোক কবৰ তোৰ কি অধিকাৰ আছে? তই মোৰ, মোৰ কি হব? যা ওলাই যা মোৰ ঘৰৰ পৰা? Get out, I say get out!" ক্ৰিমাৰ মুখৰ পৰা কথা কাঢ়ি দৰজি চেৰাঙ গৰ্জি উঠিল।

ক্ৰিমা আহত হ'ল। তাই কিছুপৰ দৰজি চেৰাঙৰ খঙাল মুখখনলৈ কৰুণ দৃষ্টিৰে চাই থাকিল। তাৰ পাছত ওলাই আহিব খোজা কান্দোনক চেপা মাৰি তাৰ পৰা ওলাই গ'ল।

সেইদিনাৰ পৰা ক্ৰিমা আৰু দৰজি চেৰাঙৰ মাজত এটা অদৃশ্য দেৱাল গঢ়ি উঠিল। যি লিগুৰিক এদিন দৰজি চেৰাঙে পুতিছিল, সেই লিগুৰিকে ক্ৰমান্বয়ে সিহঁতক পৰস্পৰৰ পৰা পৰস্পৰক আঁতৰাই নিবলৈ আৰম্ভ কৰিলে।

তাৰে সুযোগ লৈ নৰবু চিৰিঙে ঘনাই ক্ৰিমাৰ ওচৰলৈ দৌৰিবলৈ ধৰিলে। দিন আগবঢ়াৰ লগে লগে লাহে লাহেকৈ ক্ৰিমাৰ মনো নৰবু চিৰিঙৰ ফালে চাল খাই পৰিল।

এদিনাখন নৰবু চিৰিঙে ক্ৰিমাক পিকনিকত যাবৰ বাবে প্ৰস্তাব আগবঢ়ালে। ক্ৰিমা মান্তি হ'ল। নৰবু চিৰিঙে পিকনিকৰ বাবে সকলোখিনি তৈয়াৰ কৰিলে আৰু দেওবাৰৰ দিন এটাত কেইজনমান বন্ধু বন্ধু মানুহ লৈ চাংটি নদীৰ কাষত পিকনিকৰ বাবে ওলাল। অকোৰা পকোৰা সৰু নদীটোৰ মাজ মাজুলিত এওলোকে পিক্‌নিক্‌ৰ স্থান নিৰ্বাচন কৰিলে। লগত যোৱা চাকৰ সকলক ভাত ৰান্ধিবলৈ লগাই দি জাল এখন লৈ নৰবুচিৰিঙ আৰু চাৰ্কোল বিষয়া মিঃ টাগো ইৰিং ওলাই গ'ল। মিছেছ ইৰিং, মিছেছ দত্ত, মিছেছ পাৰাটন আৰু ক্ৰিমালামু শাক কুটিবলৈ ধৰিল। মিঃ দও আৰু মিঃ পাৰাটনে Record player খন উলিয়াই তাকে বজাবলৈ আৰম্ভ কৰিলে।

প্ৰায় এঘণ্টামানৰ মুৰত নৰবু আৰু ইৰিং উভতি আহিল। লগত প্ৰায় তিনি চাৰি কিলো মাছ। মাছখিনি কাম কৰা লৰা-বোৰক বাচিবলৈ দি এওঁলোকে এখন চাদৰৰ ওপৰত ঘূৰণীয়াকৈ বহি তাচ খেলিবলৈ ধৰিলে। ইফালে তিৰোতাসকলেও চাইনিচ চেকৰৰ বোৰ্ড উলিয়াই খেলোত লাগিল।

খেলি থাকোতেই হঠাৎ মিঃ ইৰিঙে প্ৰস্তাব আগবঢ়ালে, "বলক, অলপ ফুৰি আহোঁ।"

"কত?" মিছেছ দওই সুধিলে।

"চাবিৰ মাজে মাজে। ভাল লাগিব।"

"বলক ভেনেহলে!" নৰবু চিৰিঙে ক'লে।

"কিন্তু এটা কথা!"

"কি?"

"সকলো একেলগে ফুৰিবলৈ গলে ভাল নালাগিব বৰঞ্চ আমি যোৰা যোৰা কৰি বেলেগ বেলেগ দিশত গলে ভাল হব। নে কি কোৱা ?"

"That's good idea! বমক!" মি দত্তই ক'লে।

"মই কিন্তু ইয়াতেই থাকিম। কেম্প ৰখিম, ক'তো নাযাও," ক্ৰিমাই ক'লে।

"লাজ কৰিছে কিয় ? মিঃ নবৰুৰ লগত ফুৰি ভাল পাব, যাওঁক মিঃ নবৰুৰ লগত!" মিছেছ ইৰিঙে হাঁহি হাঁহি ক'লে।

সকলোৱে জোৰ কৰি ধৰাত অগত্যা ক্ৰিমালামু ওলাব লগা হ'ল। ইৰিং আৰু দত্ত দম্পতি গ'ল নদীখনৰ পশ্চিম পাৰত আৰু পাৰটিন দম্পতিৰ লগত নবৰু চিৰিঙ আৰু ক্ৰিমা আহিল নদীখনৰ পূব পাৰত। কিছুদূৰ এওঁলোক হাবিৰ মাজে মাজে একেলগে আহি বেলেগ বেলেগ বাট ধৰিলে।

বেলেগ বাট লোৱাৰ পাছতো কিছুসময় ক্ৰিমা আৰু নবৰু চিৰিঙ মনে মনে যাবলৈ ধৰিলে। নবৰু চিৰিঙৰ মন প'ল বহুত কথা কবলৈ। কিন্তু ঠিক কোনখিনিৰ পৰা কথা আৰম্ভ কৰিব সি ভাবি নাপালে। এখন ডাঙৰ শিল পায় ক্ৰিমা তাতে বহি পৰিল। তাইক বহা দেখি নবৰুচিৰিঙে যেন কথা কবলৈ সুৰ বিচাৰি পালে।

"বহিলা যে ?" সি ক্ৰিমাক সুধিলে।

"হয়, আৰু বেচি দূৰলৈ নাযাও।"

"কিয়, মোক ভয় কৰিছা নেকি ?"

"ভয় ? ভয় কিয় কৰিম! কিন্তু এই শিলৰ ওপৰত বহি ভাল লাগিছে, ইয়াৰ পৰা সৌদূৰত চাংটি গাওঁখন ভালদৰে দেখা পায়!"

"হয় নেকি ?" নবৰু চিৰিঙ আহি ক্ৰিমাৰ কাষত শিল ডোখৰৰ ওপৰত বহিল।

কিছুপৰ মনে মনে বহাৰ পাছত নবৰু চিৰিঙে মাত লগালে, "আজিৰ পিক্‌নিক্‌ কেনে লাগিছে ?"

"ভালেই লাগিছে!"

"সিহঁতে বা এতিয়া কি কৰিছে ?"

"কোন সিহঁত ?"

"সেই দম্পতি সকল।"

মিচিকিয়া হাঁহি মাৰি ক্ৰিমা মনে মনে থাকিল।

"এইদৰে ইয়াত অকলে বহি, মানে মোৰ লগত এনেদৰে অকলে আহি তোমাৰ কেনে লাগিছে?"

ক্ৰিমা নিশ্চুপ হৈ থাকিল।

"কোৱা ?"

"কি ?"

"মানে তোমাৰ বেয়া লগা নাইতো ?"

ক্ৰিমাই মুৰটো জোকাৰি জনালে তাইৰ বেয়া লগা নাই। নৰবু চিৰিঙৰ মন উৎফুল্লিত হৈ উঠিল। সি ক্ৰিমাৰ হাতখন ধৰিব খুজি হাতখন অলপ অলপকৈ আগবঢ়াই নিলে, কিন্তু বেচি দূৰলৈ আগুৱাই নিব নোৱাৰি হাতখন মাজতে ৰাখিল, ডাঙৰ ডাঙৰকৈ উশাহ টানিলে, দুবাৰমান থু গিলিলে আৰু হাতখন ওভতাই লৈ আনিলে।

"আপুনি একেবাৰে চুকত বহি আছে কিয়? অলপ কাষ চাপি আহক, নহলে তলত পৰি যাব।" ক্ৰিমাই ক'লে।

লগে লগে নৰবু চিৰিঙ ক্ৰিমাৰ নিচেই কাষ চাপি বহিল। বহি পৰিয়েই সি ক্ৰিমাৰ বাওঁহাতখন মুঠি মাৰি ধৰিলে আৰু কিছু সময় তাৰ নিজৰ হাতৰ মুঠিত ধৰি থাকিল। ক্ৰিমাই তাইৰ হাতখন ওভতাই অনাৰ কোনো চেষ্টা নকৰিলে।

"আজি কিছুদিনৰ পৰা মই এটা কথা ভাবি আছো।" নৰবু চিৰিঙে ক'লে।

"কি ?"

"মই বিয়া কৰাম।"

"ভাল কথা।"

"তোমাৰ সম্মতি আছে ?"

"মোৰ সম্মতি ? কিয় ?" ক্ৰিমাই সুধিলে।

"মানে, মানে, মই তোমাকহে বিয়া কৰাম বুলি ভাবিছো।" নৰবু চিৰিঙে অতি কষ্টেৰে কথাখিনি কৈ পেলালে।

"মই জানো, আপুনি মোক সেই কথা কব বুলি," ক্ৰিমাই

শান্ত স্বৰেৰে উত্তৰ দিলে।

"কেনেকৈ জানিলা মই সেইষাৰ কথা কম বুলি ?"

"আপোনাৰ চেহেৰা দেখি !"

"এতিয়া তোমাৰ মত কি ?"

"মই সন্মত !" ক্রিমাৰ কথা শেষ হোৱাৰ লগে লগে নবৰুৱে উৎসাহেতে ক্রিমাক সাবটি ধৰিলে আৰু গালত চুমা এটা আঁকি দিলে। কিছুসময় ক্রিমা নবৰুৰ বুকুৰ ভিতৰত সোমাই থাকিল। তাৰ পাছত দুয়ো উভতি আহিল বন-ভোজৰ স্থানলৈ।

ক্রিমাহঁতে বনভোজৰ পৰা উভতি আহি ঠিক গাড়ীৰ পৰা নামিছিলহে মাত্র, তেনেতে দেখিলে কিছুমান মানুহে তেজেৰে লুতুৰি পুতুৰি হৈ থকা মানুহ এজন দাঙি আনিছে। ক্রিমা আৰু নবৰুৱে চাইথা কিল ঘটনাটোনো কি হৈছে বুলি। তেনেতে তাৰে মানুহ এজনে ক্রিমাক দেখা পালে আৰু সি দৌৰি আহি ক্রিমাক ক'লে, "মেম-চাহাব, দৰজি চেৱাং, মেমচাহাব, দৰজি চেৱাং, দৰজি চেৱাং . "

"কি হ'ল ?" ক্রিমাৰ বুকুখন চিৰিং কৰি উঠিল। "মাথাৰ ফালে চোট লাগিছে।"

"হ্যা ?"

একদম খুন হৈ গৈছে।

ক্রিমাই প্রায় দৌৰি গৈ দৰজি চেৱাঙৰ কাষ পালে। দেখিলে দৰজি চেৱাঙৰ মুৰ ফালি অজ্ঞান হৈ আছে। তাই দৰজি চেৱাঙক নি হস্‌পিটালৰ বিছনাত শুৱাই দি প্রাথমিক চিকিৎসাখিনি কৰাত লাগি গ'ল। তেনেতে ডাঃ বৰাও আহি পালে।

"কি হ'ল বোলে তাৰ ? কেনেকৈ মুৰ ফাটিল ?"

"SSBৰ জোৱানবোৰে মাৰিলে হেনো।"

"কত ?"

"বজাৰত !" হেলথ্‌ এচিষ্টেণ্ট জেকাই কলে।

"বহুত তেজ গৈছে, ইয়াত নহব, আমাৰ ইয়াত যথেষ্ট মেডি-চিন নাই। বোমডিলাত নিব লাগিব।" ডাঃ বৰাই কলে।

অৱশেষত ক্রিমাই এম্বুলেঞ্চ এখনত দৰজি চেৱাঙক লৈ বোম-ডিলা অভিমুখে ৰাওনা হৈ গ'ল।

# ছাব্বিশ

দ্বিতীয় দিনা দৰজি চেৰাঙৰ জ্ঞান উভতি আহিল। সি চকু মেলি চাই দেখিলে তাৰ কাষত এখন চকীত আউজি ক্রিমালামু শুই আছে। কিছুপৰ সি একেবাহে ক্রিমালামুৰ মুখলৈ চাই থাকিল। তাৰ অনুভব হল সি যেন এটা মধুৰ সপোনহে দেখি আছে। তেনেতে এক সুতীব্র যন্ত্রনাই তাৰ মগজুত আহি আঘাত কৰিলে। যন্ত্রনাত কৰ নোৱাৰাকৈ তাৰ মুখৰ পৰা তীক্ষ্ণ কেঁকনি এটা ওলাই গ'ল, সেই কেঁকনিৰ শব্দত খক্‌মক্‌কৈ ক্রিমা সাৰ পাই উঠিল আৰু দৰজি চেৰাঙৰ দেহৰ কাষ চাপি আহিল ।

"পানী! পানী!"

"পানী? পানী খাবা? দিছো ৰবা।" ক্রিমা ব্যস্ত হৈ পৰিল। তাই ফ্লাস্কৰ পৰা গিলাচত পানী ঢালি মুখেৰে ফুৰাই ফুৰাই কুহমীয়া গৰম কৰিলে আৰু চামুচ এখনেৰে দৰজি চেৰাঙক খুৱাবলৈ আৰম্ভ কৰিলে। কেইচোকমান পানী গিলি দৰজি চেৰাঙে ক'লে, "হৈছে, নালাগে।"

"বিষ বহুত হৈছে নেকি?" ক্রিমাই সুধিলে।

"উঁ!" দৰজি চেৰাঙে ক'লে।

"হৰ্‌লিক্‌স অলপ খাবা?"

"নালাগে, খোৱাৰ ইচ্ছা নাই।"

"নাখালে গা কেনেকৈ ভাল পাবা? কালিৰ পৰা তুমি একো খোৱা নাই।" কৈ কৈ তাই গিলাচ এটাত হৰ্‌লিক্‌স অলপ বনালে আৰু এচামুচ হৰ্‌লিক্‌স মুখৰ আগত ধৰি ক'লে, "হোঁ, মুখ মেলা।"

দৰজি চেৰাঙে আধা গিলাচ হৰ্‌লিক্‌স খালে। ক্রিমালামুৱে জোৰ কৰিও তাতকৈ বেচি হৰ্‌লিক্স তাক খুৱাব নোৱাৰিলে। গামোচাৰে তাই দৰজি চেৰাঙৰ মুখখন মচি দি দি মৰম মিহলি খঙেৰে গালি পাৰিলে, "তোমাৰ কি দৰকাৰ পৰিছিল এনেদৰে

লোকৰ লগত কাজিয়া কৰি মাৰপিট কৰি ফুৰিবলৈ। এতিয়া পাইছা মজা ?"

দৰজি চেৰাঙে গ্ৰিমাৰ মুখলৈ চাই দেখিলে তাইৰ দুচকুত পানী ভৰি পৰিছে। গ্ৰিমাৰ চকুত লোতক দেখি তাৰ তাৰ মনটো হঠাৎ ফৰকাল লাগি গ'ল। গ্ৰিমাৰ বহুত দুখ হৈছে, কথাষাৰ ভবাৰ লগে লগে এক বিস্ময় উল্লাসে তাৰ যন্ত্ৰণা বহুতখিনি শাম কটালে। তাই কষ্ট পাইছে, পাওক, তাইৰ কষ্ট হোৱাকে মই বিছাৰিছিলো। এতিয়া মই সুখি, তাইক কষ্ট দি এতিয়া মই খুউব সুখী! মনে মনে সি আওৰালে।

ক্ৰমান্বয়ে দৰজি চেৰাং ভাল হৈ আহিল। গ্ৰিমাই সেৱা যত্নৰ কোনো ত্ৰুটি নকৰিলে। তাই কেজুৱেল লিভ লৈ দৰজি চেৰাঙৰ কাষত থাকিল আৰু অৱশেষত সামৰিক ভিত্তিত বোম-দিলা চিভিল হস্পিটালত সোমাল। মাজে মাজে প্ৰেমটাছি আৰু লাওাও আহে দৰজি চেৰাঙৰ কাষলৈ। প্ৰেমটাছিয়ে ইতিমধ্যে চাকৰি এৰি সমাজ সেৱাত ধৰিছে। সি জিলা পৰিষদৰ উপ-সভাপতি। তদুপৰি এবাৰ বিধান-সভাৰ নিৰ্বাচনত উঠি পৰাজয় বৰণ কৰিছে। সেই বুলি তাৰ কোনো আক্ষেপ নাই। দৰজি চেৰাঙৰ প্ৰতিও এতিয়া তাৰ শত্ৰুতা নাই। বৰঞ্চ সি এতিয়া মুখ খুলি কব নোৱাৰিলেও মনে মনে কামনা কৰে দৰজি চেৰাং আৰু গ্ৰিমাৰ মিলন হওক। কাৰণ সি জানে দৰজি চেৰাং অক্ষম নহয়। দৰজি চেৰাঙক নপুংসক বনালে সিয়েই। কিয়নো সেই সময়ত সি আছিল ৰোমান্টিক ভাৱ ধাৰাৰে পুষ্ট এজন আদৰ্শবাদী যুবক আৰু সেই আদৰ্শবাদীতাৰ দ্বাৰা সি নিজৰ সমাজক সলনি কৰি এখন আধুনিক সমাজ গঢ়ি তুলিব বিছাৰিছিল। সি ভেতিয়া জনা নাছিল এখন সমাজৰ কাঠামো এদিনতে সলনি কৰিব নোৱাৰি, তাক সলনি কৰিবলৈ বহুত বছৰৰ প্ৰয়োজন। সি জনা নাছিল এখন সমাজ ভাঙি নতুনকৈ গঢ়ি তুলিবৰ বাবে কিমান বিস্তৃত জ্ঞান, কিমান গভীৰ অভিজ্ঞতা আৰু ধৈৰ্য্যৰ প্ৰয়োজন। সি জনা নাছিল প্ৰত্যেক সমাজৰে নিজৰ একোটা বৈশিষ্ট্য আছে, মূল্যবোধ আছে আৰু আছে গভীৰ আধাৰ!

সেই মূল্যবোধ, সেই বৈশিষ্ট্যৰেয়েই গঠিত একোখন সমাজৰ আশা আৰু সেই সমাজৰ আশাই হৈছে সুন্দৰ। গতিকে পৃথিৱীৰ কোনো সমাজেই হেয় নহয়, কোনো সমাজেই উচ্চ বা নীচ নহয়। সেই কথা সি বুজা নাছিল বাবেই সি চকুত ৰঙীন চশমা পিন্ধি সমাজক সুধৰাবলৈ গ'ল আৰু তাৰ বলি হ'ল দৰজি চেৰাং, ক্রিমা, লাম-দেমা, কেজাং, পেনজে আৰু বহুতো। আজি তাৰ মনত কোনো অহংকাৰ নাই, কোনো উচ্চ নীচ ভাব নাই, কোনো ৰোমাণ্টিক মনোভাব নাই। এই সংসাৰৰ মানুহক, সমাজক আংশিক ভাৱে হলেও সি বুজিবলৈ সমৰ্থ হৈছে। সেয়ে যদি ক্রিমাই দৰজি চেৰাঙক পুনৰ নিজৰ কৰি লয় তেন্তে সি বাধা নিদিয়ে। হব পাৰে ক্রিমা এজনি ডাক্তৰ আৰু দৰজি চেৰাং এজন সাধাৰণ কম্পাউণ্ডাৰ, তথাপিও তাৰ চকুত এতিয়া সিহঁত দুটা মানুহ, এজনী নাৰী আৰু এজন পুৰুষ। সেই কাৰণে সি দৰজি চেৰাঙৰ প্রতি বিশেষ যত্ন লবলৈ আৰম্ভ কৰিলে। ককায়েকৰ পৰা উৎসাহ উদ্দীপনা পাই ক্রিমাৰ মনো উৎফুল্লিত হৈ উঠিল।

এদিন দৰজি চেৰাঙৰ কাষত বহি প্রেমটাহিয়ে সুধিলে, "কি কথালৈ আপোনাৰ জোৱান সকলৰ সৈতে কাজিয়া লাগিছিল?"

দৰজি চেৰাঙে কথাটো এৰাই কলে, "এনেই কিবা এটা সৰু কথাত তৰ্কাতৰ্কি লাগি গ'ল। তাৰ পাছত হাত ধৰা ধৰি হৈ গ'ল।"

"মই কেচ ফাইল কৰিছো। আপোনাক ইমান বেয়াকৈ মাৰ-কৰিলে, কথাটো এৰি দিব নোৱাৰি।" প্রেমটাহিয়ে ক'লে।

প্রেমটাহি ওলাই গলত ক্রিমাই ক'লে: কি কথাত তুমি সিহঁতৰ লগত কাজিয়া কৰিলা সেই কথা তুমি কোনো দিনে নকলা। আজি কব লাগিব, নহলে মই বৰ বেয়া পাম।"

"শুনি ভাল পাব জানো?"

"কোৱা, কি কথা?"

মই সেইদিনা আবেলি দোকানত কিবা এটা বস্তু কিনিবলৈ সোমাই গৈছিলো। দোকানখনত নানা বস্তুৰ লগতে ম.দা বেচে। তাত চাৰিজন জোৱান মদ খাই বহি আছিল। মযো বটল এটা

গৈ বহি গলো। অলপ পাছত সিহঁতে তোমাৰ কথা উলিয়াই নানা ধৰণৰ অশ্লীল মন্তব্য কৰিবলৈ ধৰিলে।

"কি অশ্লীল মন্তব্য?" আহত কণ্ঠেৰে জ্রিমাই মাজতে সুধিলে।

"বেশ্যা! তুমি হেনো ডাক্তৰী কৰাৰ নামত ইয়াত বেশ্যালী কৰিবলৈ আহিছা।"

জ্রিমাৰ মনত আঘাত লাগিল। বহুত সময় তাই মনে মনে থাকিল। তাৰ পাছত লাহেকৈ ক'লে; "সিহঁতে মোৰ নামত বদনাম কৰিলে বাক, তাত তোমাৰ মাৰপিট কৰাৰ কি দৰকাৰ আছিল?"

"বাঃ! তোমাৰ বদনাম কৰিব লোকে আৰু মই শুনি থাকিম? বুজিছা মোৰ বৰ খং উঠি গ'ল, উঠি গৈ থিতানে সেইষাৰ কথা কৈ আছিল তাৰ মুখত দিলো এক বক্সিং মাৰি। তাৰ পাছত চাৰিওফালৰ পৰা মোৰ ওপৰত আক্ৰমন চলিল। পাছলৈ মোৰ কি হ'ল কব নোৱাৰা হৈ গলো।"

তাৰ পাছত কাৰো মুখত কথা নাই। দুয়ো পৰস্পৰৰ চকুত চকু থৈ মৌন ভাবে বহি ৰ'ল। সিহঁতৰ মৌনতা ভাঙি দিলে নবৰু চিৰিঙৰ প্ৰবেশে। আহিয়ে নবৰু চিৰিঙে সুধিলে; "হেৰৌ দৰজি, গা কেনে পাইছা এতিয়া?"

দৰজি চেৰাঙৰ বিৰক্তি ভৰা চাৱনিৰে নবৰু চিৰিঙলৈ চালে। মোৰ ভাগ্যপোৱাৰ লগত তোমাৰ কি সম্বন্ধ? মই মৰিলে তই ভালহে পাবি! দৰজি চেৰাঙে তেনেদৰে কব বিচাৰিলে যদিও মুখৰ পৰা ওলাই গ'ল, "অলপ ভাল পাইছো!"

"ভাল হৈ যাব, কোনো চিন্তা নাই। আৰু এটা সুখবৰ আনিছো তোৰ বাবে। যি কেইটা জোৱানে তোৰ ওপৰত হাত তুলিছিল সিহঁতক সকলোকে কামৰ পৰা চাচপেণ্ড কৰি ৰখা হৈছে;" নবৰু চিৰিঙে কলে।

'উঁ' সংক্ষেপে দৰজি চেৰাঙে উত্তৰ দিলে।

"তোক চাবলৈকে মই ইমান দূৰৰ পৰা দৌৰি আহিছো, মোৰ সময় নাই। এতিয়াই উভতি যাব লাগিব। যাওঁ' নবৰু চিৰিঙ উঠিল।

"বাক! মোৰ বাবে ইমানখিনি কষ্ট কৰাৰ বাবে ধন্যবাদ!" দৰজি চেৰাঙে ক'লে।

"ক্রিমা, তোমাৰ লগত মোৰ অলপ কথা আছে, তুমি মোৰ লগত অলপ আহিব পাৰিবা নে?"

"পাৰিম। বলক!" ক্রিমা উঠিল।

ক্রিমাক লগত লৈ নৰবুচিবিঙ বাহিৰলৈ ওলাই গ'ল।

# সাতাইশ

"কি হ'ল ? কথা নাই বতৰা নাই ইয়াত আহি লুকাই আছাহি ?" নবৰুচিৰিঙে বাহিৰত ওলাই আহিয়েই সুধিলে।

"সেই ,কথা সুধিবলৈকে ইমান দূৰৰ পৰা আহিছা নেকি ?" তীক্ষ্ণ কণ্ঠেৰে ক্ৰিমাই সুধিলে।

নবৰু আহত হ'ল। তথাপিও সি হাঁহি হাঁহি ক'লে, "তুমি ঠিকেই ধৰিছা।"

"আহিলা যেতিয়া ভালেই কৰিলা।" ক্ৰিমাই অনুত্তেজিত স্বৰেৰে ক'লে।

"তোমাক লগ ধৰাৰ লগতে মই তোমাৰ ককাইদেউকো অলপ লগ ধৰি যাওঁ বুলি আহিলো।"

ক্ৰিমা নিৰুত্তৰ হৈ থাকিল।

"তেওঁ বোধকৰো আছে ?"

"আছে !"

তুমি যিহেতু মত দিছা মই নিজ মুখেৰে তোমাৰ ককায়েৰাক কথাটো জনাই দিওঁ বুলি ভাবিছো।"

"মোৰ তোমাৰ লগত এষাৰ কথা কবলগীয়া আছে। বোধকৰো তুমি কথাটো সহজভাৱে গ্ৰহণ কৰিবা।"

"কি কথা ?" নবৰু চিৰিঙে সুধিলে।

"তোমাক কথা দি মই ভুল কৰিলো," অপৰাধী ভাৱেৰে ক্ৰিমাই ক'লে।

"হ্যাঁ ?"

"হয়, মই ভুল কৰিলো। তুমি ইচ্ছা কৰিলে যিকোনো ছোৱালীক বিয়া কৰাব পাৰিবা। কাৰণ তোমাক ভাল পোৱা ছোৱালী বহুত আছে। কিন্তু দৰজি চেৰাঙৰ কোনো নাই, সি বৰ অকলশৰীয়া। মোৰ বাহিৰে তাৰ কোনো নাই। সেই কাৰণে তাৰ মোৰ প্ৰয়োজন, অতি প্ৰয়োজন। মই তাৰ সঙ্গ দিব বিচাৰো,

আজীৱন তাৰ সুখ দুখৰ লগৰী হ'ব বিচাৰো। মোক ক্ষমা কৰিবা।"

"কিন্তু। কিন্তু সি যে অক্ষ ..

নবৰু চিৰিঙক কথা শেষ কৰিবলৈ নিদি ক্রিমাই ক'লে, "কোনে ক'লে সি অক্ষম বুলি। মই তাৰ পত্নী, পতিকে সি অক্ষম নে সক্ষম তাৰ প্ৰমাণ মোক কোনেও দিব নালাগে।"

"Sorry, মোক ক্ষমা কৰিবা।"

"ক্ষমা মই তোমাৰ পৰা বিচাৰিছো! বোৰা, তুমি মোক ক্ষমা কৰিব পাৰিবাতো।"

"তোমালোকৰ যুগ্ম-জীৱন সুখৰ হওঁক, সেয়ে মই কামনা কৰিছো।"

"Thank you!"

"বিয়া কেতিয়াকৈ পাতিবা?"

"বিয়া দেখোন আমাৰ হৈয়েই গৈছিল!"

"অ'"

"কিন্তু আৰু এটা কাম বাকী আছে।"

"কি?"

"জিওখিকটো উঠাই পেলাব লাগিব।"

"কেতিয়া?"

"তেওঁৰ সম্পূৰ্ণ ভাল হলে যাম। তুমিও আহিবা নেকি?"

দবজি চেৰাঙক তেওঁ বুলি মাতিবলৈ জোৰা দেখি নবৰু চিৰিঙৰ মনত বৰ ইৰ্ষা লাগিল যদিও মুখেৰে ক'লে;—"নিশ্চয়। মাথোন খবৰ দিবলৈ নাপাহৰিবা।"

নবৰু চিৰিঙ বিদায় লৈ ওলাই গ'ল। নবৰু চিৰিঙৰ গাড়ীৰ ফালে কিছুসময় ক্রিমা চাই ৰ'ল। তাৰ পাছত তাই পুনৰ দবজি চেৰাঙৰ কাষলৈ উভতি আহিল।

# উপসংহাৰ

"আজি এই মেলত অহা মোৰ পিতা আৰু পিতামহ সম গাওঁৰ বুঢ়া-মেথা সকল, যদিও আমাৰ প্ৰচলিত ৰীতি মতে কোনো তিৰোতা মানুহ মেলত অহা নিয়ম নহয় তথাপিও আজিৰ মেলত অহা মোৰ মাতৃ, আজো মাতৃ সম গাওঁৰ আইসকল। দৰাচলতে যদি চাবলৈ যায় তেন্তে মই আপোনালোকৰ আগত হাতযোৰ কৰি এনেকৈ কথা কোৱা উচিত নহয়। কাৰণ কথাতেই আছে; "বাইজৰ পীৰাৰ ভাগ পিতৃৰ" আৰু "বাইজৰ মেলত আজি পুত্ৰৰ উপস্থিতি, কাইলৈ দেউতাৰ মৰণ' তথাপিও আজি দিনকাল এনে পৰিছে যে পুত্ৰ সকলে বাইজৰ কামত, দেশৰ দহৰ কামত নালাগিলে নহয়। মোৰ জ্ঞান, অভিজ্ঞতা, সেইয়া আপোনালোকৰ জ্ঞান আৰু অভিজ্ঞতাৰ কাষ চাপিবই নোৱাৰে। তথাপিও আপোনালোকে মোৰ দোষ নধৰিব বুলিয়েই মোৰ বিশ্বাস। আমি সৰু ল'ৰা ছোৱালীবিলাকে নাজানি-নুশুনি এদিন আপোনালোকৰ উপদেশ আওকাণ কৰি এই জিওৰিক ইয়াত স্থাপন কৰিছিলো, আজি আমি আকৌ ইয়াক ইয়াৰ পৰা উঠাই দিব বিচাৰিছো, কাৰণ যেতিয়ালৈকে এই জিওৰিক ইয়াত জিলিকি থাকিব তেতিয়ালৈকে আমাৰ মাজত থকা সংহতি উভতি নাহিব। আমাৰ মনৰ মলিনতা, চকুৰ দৃষ্টিহীনতা আদি শেষ নহব। গতিকে আমি আজি ইয়াক ধ্বংস কৰি পুনৰ আমাৰ মাজৰ মিলনৰ সেতু বান্ধোহক। বাইজৰ মতামত কি জনালে মই লৈ সুখী হম।" প্ৰেমটাহিয়ে জিওৰিকৰ কাষত মিলিত হোৱা বাইজক আহবান কৰি ক'লে।

প্ৰেমটাহিৰ কথা শেষ হোৱাৰ লগে লগে বাইজৰ মাজত গুণ-গুণনি উঠিল। পেনজেই দল যেকাৰি এটা মাৰি ক'লে, "আজি-কালি চৰকাৰৰ দিন পৰিছে। আমি হলো বুঢ়া মানুহ, আজি-কালিৰ নিয়ম কানুনৰ জ্ঞান বুইত পুৰি যাব পৰাখিনি পৰিমাণো

আমাৰ নাই। গতিকে বোপাইহঁত, তোমালোকে যি ভাল দেখা তাকে কৰা। অন্ততঃ মৰাৰ পাছত তোমাৰ (প্ৰেমটাছিক উদ্দেশ্য কৰি) মাৰাক মই গৈ কব পাৰিম আমাৰ মাজত থকা শত্ৰুতাৰ দেৱালখন ভাঙিল বুলি; পেনজেই বায়েকৰ কথা গুলাৰত চকুৰ-পানী টুকি পেলালে।

ক্ৰিমা আৰু লাওাই সকলোকে লাউপানী বিলাই আছিল। পেনজেৰ কাষত লাউপানী বাকি ক্ৰিমা উভতি আহিব খুজিছিল তেনেতে এজন আদহীয়া মানুহে ধেমালি কৰি ক'লে, "মেমচাহাব তোৰ গাওঁলীয়া শহৰক আৰু অলপ লাউপানী চালি দেছোন, দেখা নাই কেনেদৰে কান্দিছে;" কথাখিনি কৈ মানুহজনে চেক চেক কৈ হাঁহি দিলে। পেনজে আৰু ক্ৰিমাই মানুহজনৰ কথাত লাজ পালে। ক্ৰিমা তাৰ পৰা ততাতৈয়াকৈ আঁতৰি পৰিল।

এনেতে এজন বুঢ়া মানুহে কথাৰ আঁত ধৰি কবলৈ ধৰিলে, "লিওন্থিক এবাৰ পুতি আকৌ এবাৰ ভাঙি পেলোৱাটো ভাল নহয়। কাৰণ এই শিলডোখৰ দেখাত নিষ্প্ৰাণ হলেও তাৰ প্ৰাণ আছে আৰু ইয়াক ভাঙি পেলালেই মানুহক অনিষ্ট কৰিব।"

"আৰু ইয়াক চিৰকাললৈকে থৈ দিলেও ই মানুহৰ অনিষ্ট সাধন কৰিব," দৰজি চেৰাঙে তপৰাই উত্তৰ দিলে।

"তেনেহলে ইয়াক স্থাপন কৰিলেই বা কিয় ?" বুঢ়া মানুহজনে সুধিলে।

"ইয়াক স্থাপন কৰি দোষ কৰিছিলো বাবেই আজি প্ৰায়শ্চিত্ত কৰিবলৈ ওলাইছো। ইয়াক ভাঙি পেলোৱাৰ বাবে যদি মোৰ কিবা অনিষ্টও হয় তাক মই হাঁহি মুখে স্বীকাৰ কৰি লম। কিন্তু মই ইয়াক ভাঙিহে এৰিম।" দৰজি চেৰাঙে কথা কৈ কৈ উঠি আহিল আৰু হাতুৰিটো দাঙি ললে।

"ভাঙিব খুজিছ যদি ভাঙ, কিন্তু তেনেকৈ নহয়, ইয়াক ভঙাৰ আগতে অন্ততঃ দেৱতাসকলৰ সহায় বিচাৰি এটা চেৰকেম পূজা দিব লাগে," গাঁওৰ গাঁওবুঢ়াই এইবাৰ মাত লগালে।

"এৰা বোপাই, চেৰকেমটো দিয়াৰ পাছত ভাঙিবি!" কেজাঙে

দৰজি চেৰাঙক উদ্দেশ্য কৰি কোৰাৰ পাছত অলপ খিৰক্ত ভাবেৰে নিজকে কোৰাৰ ধৰণে ক'লে, "ভাঙিবলৈ আছিল যদি ইয়াক স্থাপনো কৰিব নালাগিছিল।"

এজন বুঢ়া পুৰোহিত আগবাঢ়ি আহি ক'লে "চেৰকেম দিয়ে যদি সকলো আহিলা গোটাই দিয়ক!"

লাওাই এটা পাত্ৰ ধুনীয়াকৈ ধুই লাউপানী লৈ বুঢ়া পুৰোহিতৰ আগত পীৰা এখন পাৰি তাৰ ওপৰত ৰাখিলে। এজন ডেকাই শিল এচটাত আওঠা অলপ ৰাখি তাত ধুপৰ কাঠ কেইচটামান পেলাই দিলে। বুঢ়া পুৰোহিতজনে মূৰৰ টুপী খুলি নিজৰ কাষত ৰাখিলে আৰু এচটা ধূপ কাঠেৰে পাত্ৰৰ পৰা অলপ অলপ লাউপানী চটিয়াই আৰম্ভ কৰি দিলে, "চো চিনটে গিন্‌টে তোঁমা মাৰ..."

বুঢ়া পুৰোহিতজনে চেৰকেম দি শেষ হোৱাৰ পাছত ক'লে "ভাঙিব পাৰে এতিয়া!"

দৰজি চেৰাঙে লগে লগে হাতুৰি ডাল লৈ উঠিল। কিন্তু সি কোৰ দিয়াৰ আগতে প্ৰেমটাছি আগবাঢ়ি আহি দৰজি চেৰাঙক ক'লে, "মোক দিয়ক, প্ৰথম কোৰ মষেই দিম। মোৰ হাততেই এদিন এই লিওঝিকে মূৰ দাঙি উঠিছিল, গতিকে প্ৰথম কোৰ মষেই দিয়া উচিত।"

দৰজি চেৰাঙে হাতুৰি ডাল প্ৰেমটাছিৰ হাতত গটাই দিলে। লিওঝিকৰ পশ্চিমফালে গৈ প্ৰেমটাছি খিৰ হ'ল আৰু দুই হাতেৰে হাতুৰিডাল মূৰৰ ওপৰলৈ তুলি নিলে। তাৰ পাছত আকাশ পাতাল প্ৰতিধ্বনিত কৰি শব্দ উঠিল "টং · টং...টং·· টং···।"